# স্বাস্থ্য আৰু সমাজ।



শ্ৰীনিধিৰাম দাস
মোক্তাৰ

# স্বাস্থ্য আৰু সমাজ।




শ্ৰীনিধিৰাম দাস, মোক্তাৰ

প্ৰণীত আৰু প্ৰকাশিত।



প্ৰথম সংস্কৰণ।

১৯৩৩ চন।




গুৱাহাটী।

 মূল্য ।০ আনা।

BHLE

# পাতনি

স্বাস্থ্যৰক্ষা বিষয়ক কিতাপৰ অভাব নাই। লিখকে যিমান দূৰ জানে, সেইবোৰ কিতাপত কেবল কি কি নিয়ম পালন কৰিব লাগে আৰু সেই সেই নিয়ম পালন নকৰিলে কি কি অপকাৰ হয় তাকেহে লিখা আছে। সেইবোৰ নিয়ম পালন নকৰিলে কি কাৰণেনো কেনেকৈ অপকাৰ হব পাৰে তাক বুজিবৰ নিমিত্তে কোনো কথাই তাত নাই। মুঠতে কব গলে ইয়াকে কব পাৰি যে, সেইবোৰ কিতাপত কিছুমান আদেশ পালন কৰিব দিয়া হৈছে। নিতান্ত বাধ্য-বাধকতাত থকা মানুহৰও আদেশ মতে কাম কৰিবৰ প্ৰবৃত্তি নহয়, যদিও সময়ত কৰে। সেই নিমিত্তেই কাকো স্বাস্থ্য ৰক্ষাৰ নিয়ম ঠিক জ্ঞানী সকলে কোৱা মতে পালন কৰা দেখা নাযায়। লিখকৰ বিশ্বাস—স্বাস্থ্য ৰক্ষাৰ কিছুমান নিয়ম পালন কৰিবৰ আদেশ দিয়ে ক্ষান্ত থকা উচিত নহয়। সেই নিয়ম পালন নকৰিলে কি কাৰণেনো বেয়া হব পাৰে আৰু পালন কৰিলে কি কাৰণেনো ভাল হব পাৰে তাৰ মূলীভূত-তত্ত্ব ভালকৈ বুজাই সেই বিষয়ত পৰিষ্কাৰ জ্ঞান আৰু বিশ্বাস জন্মাবৰ চেষ্টা কৰিব লাগে। নহলে আদেশ হিচাবে দিয়া নিয়ম পালন কৰিব বুলি আশা কৰা টান। লিখকে ইয়াকো বিশ্বাস কৰে যে, স্বতন্ত্ৰ ভাবে কোনো মানুহে ঠিক মানুহৰ নিচিনা সুস্থ শৰীৰে শান্তিপূৰ্ণ মনেৰে

থাকিব নোৱাৰে। গোটেই সমাজে সমানে স্বাস্থ্য ৰক্ষাৰ পিনে চকু নাৰাখিলে অকল এজনৰ পক্ষে অসম্ভৱ। আৰু কেনেকৈনো অসম্ভৱ বা সম্ভৱ তাকো সূত্ৰ স্বৰূপে নকৈ বিশদৰূপে মূল উদ্‌ঘাটন কৰি বুজাই দিয়া উচিত। সেই নিমিত্তে মাজে সময়ে লিখকৰ অসাধ্য সাধনৰ প্ৰবৃত্তি হৈছিল। কিন্তু লিখকও অন্যান্য সাংসাৰিকতকৈ কোনো গুণে কম নোহোৱাত ইমান দিনে সময় সুবিধা পোৱা নাছিল।

গত ১৯২১ চনত লিখকে শান্তিপূৰ্ণ-অসহযোগ আন্দোলনত যোগ দিছিল। সেই চনৰ ৭ ডিচেম্বৰ তাৰিখে ফৌজদাৰী সংশোধিত আইনৰ ১৭ (খ) ধাৰাৰ অপৰাধ কৰা অভিযোগত লিখক হাজতত থাকে। তাৰ পিছত ১৯২২ চনৰ ৩ জানুৱাৰী তাৰিখে বিচাৰত তেওঁৰ ৯ মাহৰ নিমিত্তে বিন-পৰিশ্ৰম ফাটক হয়। তেওঁক প্ৰথমে গুৱাহাটী ফাটকত ৰাখিছিল। কিছুদিন পিছত তাৰ পৰা শিলচৰ ফাটকলৈ পঠিয়াই দিয়ে। সেই ফাটকত কিছুদিন থকাৰ পিছত তেওঁ সেই ফাটকৰ তৎকালীন জেইলৰৰ ওচৰত কিতাপ লিখাৰ ইচ্ছা প্ৰকাশ কৰাত তেখেতে কলে "গৱৰ্ণমেণ্টৰ হুকুম নাই।" তাৰ কিছুদিন পিছত তেখেতে নিজে আহি কলে "হেৰি! আপুনি কিতাপ লিখিব পাৰে কিন্তু ৰাজনৈতিক বাদে। নহলে যাবৰ সময় কাঢ়ি ৰাখিম।"

লিখকে এই সুবৰ্ণ সুযোগ পাই এই অসাধ্য সাধনত হাত দিছিল। তেওঁ এজন লিখক নহয়। প্ৰবৃত্তিৰ তাড়নাত গাওঁলীয়া, আজলা, স্বভাৱৰ শিশু-ভায়েক সকলোৰ কিবা উপকাৰ

হব পাৰি অসাধ্য সত্ত্বেও যি লিখিছিল তাকে আজি প্ৰকাশ কৰিব পাৰি গা মন পাতল পালে। ই শিক্ষিত সমাজৰ নিমিত্তে লিখা নহয়---ই অবৈজ্ঞানিকৰ বিজ্ঞান। তেখেত সকলে বহু-মুলীয়া সময় খৰচ কৰি পঢ়ি চাই বিফল-মনোৰথ হব বুলি লিখকৰ আশঙ্কা হৈছে। আশা, লিখকৰ বিদ্যা বুদ্ধিৰ মাত্ৰালৈ চাই অৱশ্যে ক্ষমা কৰিব। আৰু যিবিলাকৰ নিমিত্তে লিখা হৈছে সিবিলাকৰ যদি অলপও উপকাৰ হয় তেন্তে লিখকৰ উদ্দেশ্য সফল হব।

শ্ৰীনিধিৰাম দাস।

---

# নিবেদন।

লিখকৰ অসমৰ্থতাৰ দোষত কোনোটি প্ৰবন্ধই স্বতন্ত্ৰ ভাবে সম্পূৰ্ণ ভাব প্ৰকাশক হোৱা নাই বুলি তেওঁৰ বিশ্বাস। আৰু আটাইবোৰ প্ৰবন্ধ নপঢ়িলে তেওঁৰ মনৰ সম্পূৰ্ণ ভাব বুজা নাযাবৰ সম্ভব। সেই নিমিত্তে পাঠক সকলোৰ ওচৰত অনুৰোধ —তেখেত সকলে যেন গোটেই খন কিতাপ পঢ়ি চাই লিখকৰ মনত ওপোজা ভাববোৰ বুজিবৰ চেষ্টা কৰে। একে প্ৰবন্ধতে কোনো কোনো কথাৰ দ্বিৰুক্তি কি বহু উক্তি দোষ নাথাকিলেও মুঠৰ উপৰ কিতাপখনৰ ভিতৰত সেই দোষ নাই বুলি কব নোৱাৰি। সামাজিকৰ মানসিক অবস্থা লৈ চাই তেনেকৈ নিলিখিলে নচলিব যেন ভাবি লিখকে ইচ্ছা পূৰ্ব্বক তেনেকৈ লিখিছে। সেইবাবেও যেন পাঠক-পাঠিকা সকলে তেওঁক ক্ষমাৰ পৰা বঞ্চিত নকৰে। ইতি—

শ্ৰীনিধিৰাম দাস।

# সূচীপত্ৰ।



---

# স্বাস্থ্য আৰু সমাজ।

## সুখ পাবৰ উপায়।

খেতিয়কে ৰাতি এপৰৰ পৰা ৰাতি এপৰলৈ জাৰে জহে, ৰ'দে বৰষুণে, বোকাই পানীয়ে, কপালৰ ঘাম মাটিত পেলাই খেতি কৰিব লাগিছে; তেওঁক সোধা—"ইমান দুঃখ কৰি খেতি কৰা কিয়? উত্তৰ গম্ভীৰ,—"বোপাই দুখ নকৰিলে সুখ নভৰে। দুখেৰে আৰ্জিলেহে সুখেৰে খাই বৈ থাকিব পাৰি" বেপাৰীয়ে নিজৰ ঘৰ-বাৰী, লৰা-তিৰোতা, আত্মীয়-স্বজন সকলোকে এৰি গৈ বন্ধু-বান্ধব বিহীন বিদেশত শৰীৰৰ তেজ পানী কৰি দুই পইচা উপাৰ্জ্জন কৰিবলৈ বেপাৰ কৰিব লাগিছে; কাৰণ সুধিলে উত্তৰ পাবা—"সুখেৰে খাই বৈ থাকিবলৈ," চৰকাৰৰ চাকৰী কৰা সকলেও তদ্ৰূপে নিজৰ ঘৰবাৰী, আত্মীয়-স্বজন এৰি বিদেশলৈ গৈ চাকৰী কৰিব লাগিছে; প্ৰশ্ন কৰিলে উত্তৰ পাবা—"বিনা দুখে সুখ নহয়।" ধাৰ দিয়া মহাজনে ধাৰৰ খাতা আৰু দলীল বুকত বান্ধি ৰাতি দুপৰলৈ কপালৰ ঘাম মুচি জানোবা কাৰবাৰ পৰা এপাই সুত আদায় কৰিব বাকী বৈ যায়, জানোবা কোনবাটি দেনা আদায়ৰ মিয়াদ অজ্ঞাতসাৰে অতীত হয়, এই আশঙ্কাত দলীল পত্ৰ চাই অতি সাবধানে হিচাব কৰিব

লাগিছে। তেওঁকো প্ৰশ্ন কৰা, উত্তৰ পাবা—"যত্ন ব্যতিৰেকে ৰত্ন নিমিলে।" কবিৰাজে কবিৰাজী কৰে, পণ্ডিতে পণ্ডিতি কৰে, চোৰে চুৰ কৰে, ডকাইতে ডকাইতি কৰে, প্ৰত্যেককে তেওঁলোকৰ নিজ নিজ কামৰ উদ্দেশ্যে সোধা,—উত্তৰ পাবা—এক, সেই এক। ৰজা প্ৰজা, সাধু অসাধু, জ্ঞানী অজ্ঞানী, যাকে যতে কাম কৰা লগ পোৱা অনুসন্ধানত জানিবা যে সকলোৰে উদ্দেশ্য এক। পৃথিবী সুখৰ নিমিত্তে পগলা। এজনে কৰা কাম আন এজনৰ বিবেচনাত সুখদায়ক বুলি বিবেচিত নহব পাৰে কিন্তু যি কৰে সি তাৰপৰা সুখ পাবৰ আশাতেহে কৰে। সুখদায়ক বুলি দুখদায়ক কাম কৰিবও পাৰে, দুখ পাবও পাৰে, কিন্তু তাৰ লক্ষ্য সুখ।

খেতিয়ক, বেপাৰী আৰু মহাজনকে আদি কৰি যি সকল কৰ্ম্মীয়ে জাৰে জহে, ৰদে বৰষুণে, বোকা-পানী একোকে নামানি দিনক ৰাতি, ৰাতিক দিন কৰি নিজৰ নিজৰ কাম কৰিব লাগিছে তেওঁলোকৰ আগত যদি স্বয়ং বিধাতা পুৰুষ উপস্থিত হৈ কয়— "মই বিধাতা, তোমালোকে যদি তোমালোকৰ প্ৰত্যেকৰ কাম সমাধা হোৱা মাত্ৰে তোমালোকৰ নিজ নিজ জীবন মোক দিবলৈ সম্মত হোৱা আৰু ফল-ভোগৰ আশা এৰি দিব পাৰা, তেন্তে মই তোমালোকৰ প্ৰত্যেকৰ কাম এই মুহূৰ্ত্তে সুচাৰুৰূপে সমাধা কৰি দিম। নহলে তোমালোকৰ প্ৰত্যেকৰ হাতত লোৱা কাম ব্যৰ্থ হব, তাৰ ফল তোমালোকে নাপাবা।" তেতিয়া এই কৰ্ম্মী সকলৰ উত্তৰ কি হব? মোৰ বিশ্বাস আটাই কেইজনে সমস্বৰে

কব—"নালাগে, নালাগে, নালাগে। যি কৰ্ম্মৰ ফলভোগ কৰিব নোৱাৰিম সেই কৰ্ম্মৰ নিমিত্তে জীবন দিব নোৱাৰোঁ।" এই উত্তৰ পাই যদি বিধাতাই পুনৰায় কয়—"তোমালোকৰ প্ৰত্যেকৰ নিজ নিজ কাম সুচাৰুৰূপে সমাপ্ত কৰি দিম কিন্তু তাৰ ফল অকল তোমালোকেহে ভোগ কৰিব পাৰিবা; তোমাৰ স্ত্ৰী পুত্ৰাদি আত্মীয়-স্বজনক ফলভোগ কৰাৰ পূৰ্ব্বে মোক দিব লাগিব। যদি তেওঁলোকৰ জীবন মই কোৱা মতে নিদিয়া তেন্তে তোমালোকৰ কাম ব্যৰ্থ কৰিম।" কৰ্ম্মী সকলে এইবাৰ কি কব? মোৰ বিশ্বাস এই বাৰো আটাইবোৰে সমস্বৰে সেই পূৰ্ব্বৰ দিয়া উত্তৰকে দিব—"নালাগে, নালাগে। তুমি ইয়াৰ পৰা যোৱা, আমাক বিৰক্ত নকৰিবা। লৰা তিৰোতাক হাতত ধৰি লৈ দুৱাৰে দুৱাৰে ভিক্ষা কৰি খাম, তথাপি এনেকুৱা সালসলনি কৰিব নোৱাৰোঁ।" ইয়াৰ কাৰণ কি? খেতিয়ক! তুমি খেতি কৰিছা শস্য উৎপাদনৰ নিমিত্তে। তুমি বেপাৰী—তোমাৰ বেপাৰৰ উদ্দেশ্যও ধনঘটা। হে মহাজন! তোমাৰ উদ্দেশ্যও ধনঘটা ভিন্ন অইন একো নহয়। এনেস্থলত তোমালোকৰ প্ৰত্যেকৰ ঈপ্সিত বস্তু বিনা আয়াসত পাব লগীয়া হোৱা সত্বেও তাক নোলোৱা কিয়? ধন ঘটি লৰা তিৰোতা, আত্মীয়-স্বজনক লগতলৈ সুখে খাইবৈ থাকিবা, এইয়ে তোমালোকৰ উদ্দেশ্য নহয় নে? সেয়ে সিদ্ধি নহয় দেখি বিধাতাই দিব খোজা সত্বেও কৰ্ম্মফল নলৈ দূৰতো বিদূৰ হৈছা নহয়? বাৰু এবাৰ সুস্থিৰ মনেৰে ভাবি চোৱাচোন তোমালোকে যি কাম কৰিব

ধৰিছা অকল সেই কাম কৰিয়ে সুখে খাই বৈ জীয়াই থাকিব পাৰিবনে ? খেতিয়ক! তোমাৰ খেতি কোচাই ঘৰলৈ আনিছা মাত্র, বেপাৰী! তুমিও বেপাৰৰ পৰা উভতি আহি ঘাটত নাৱ বান্ধিছা। তোমালোকে বহু আশা কৰিছা—এই ধনসম্পত্তি আৰু শস্যাদি লৰা তিৰোতাৰে সৈতে সুখে ভোগ কৰি বহুদিন জীয়াই থাকিবা; কিন্তু এনে সময়তে স্বয়ং বিধাতা নাহিলেও তেওঁৰ দূত স্বৰূপে জ্বৰ, কলেৰা, বসন্তকে আদি কৰি ৰোগ বোৰ আহি হঠাৎ উপস্থিত হৈ ওপৰত কোৱা সেই সালসলনি খন নাপাতেনে ? সুখৰ সপোন এক টিলিকিতে ভাঙ্গি নিদিয়েনে ? বিধাতাক বিদায় দিয়াৰ দৰে এই বোৰক বিদায় দিবৰ ইচ্ছা তোমালোকৰ নহয়নে ? পাৰিলে ইহঁতৰ অহা বাটটিত এতিয়াই কাঁটা দিবৰ ইচ্ছা নহবনে ? ধন ধান শস্যাদি উপার্জ্জনৰ নিমিত্তে যিমান পৰিশ্রম কৰা, ইহঁতৰ বাটত কাঁটা দিবৰ কোনোবাই কিবা উপায় দেখুৱাই দিলে তাতকৈ বেছি পৰিশ্রম কৰিও কাঁটা নিদিবানে ? ধন, ধান চোৰে নিব নোৱাৰাকৈ ৰাখিবৰ নিমিত্তে লোহাৰ বাকস্ কাঁটাৰ বেৰ দিয়া ভৰাল আদি নসজানে ? ধন ধানতকৈ শৰীৰ মূল্যবান নহয়নে ? শৰীৰ থাকিলে ধনধান উপার্জ্জন কৰিব পাৰি। এই শৰীৰ ৰাখিবলৈ চোৰ অহা বাটত বেৰ দিয়াটো বুদ্ধিমানৰ কাম নহবনে ?

শিক্ষিত দেশৰ মানুহক কথা কবৰ ক্ষমতা মোৰ নাই। এনেকি আমাৰ দেশৰ উচ্চ শিক্ষা পোৱা সকলৰ ওচৰতো মই এনে কথা পাতিবৰ সাহ নকৰোঁ। তেখেত সকলে ইয়াত

কোৱা কথাতকৈও বহু ওপৰ খাপৰ কথা জানে। মোৰ কথা হৈছে আমাৰ দেশৰ গাওঁলীয়া গৰীব আঁজলা ভাই সকলোৰ ওচৰত। মই কব খুজিছোঁ—যাৰ নিমিত্তে ভাবোঁতা কোনো নাই—অথচ যাৰ পৰাহে আমি আমাৰ অস্তিত্ব বুজিব পাৰোঁ, যাৰ অবিহনে মুহূৰ্ত্ততে আমাৰ অবস্থা কৃষ্ণ এৰি যোৱা অৰ্জ্জুনৰ নিচিনা হব পাৰে, সেই আমাৰ ৰক্ত মাংস সম্বন্ধী গাওঁলীয়া ভাই সকলৰ ওচৰত। কব খুজিছোঁ—কলেৰা যাৰ ওচৰ-চুবুৰীয়া, কলাজ্বৰ যাৰ একান্নবাসী, অকাল মৃত্যু যাৰ সন্ধ্যা-গায়ত্ৰী, অজ্ঞান অন্ধকাৰ যাৰ চকুৰ মণি, সেই প্ৰকৃতিৰ দুগ্ধ-পোষ্য সহায়হীন নাবালক গাওঁলীয়া ভাই সকলৰ ওচৰত। এই গাওঁলীয়া ভাই সকলৰ ভিতৰত যে ওপৰত কোৱা সুখ নিবিচৰা কোনবা আছে এনে নহয়। সুখৰ আকাঙ্ক্ষা স্বাভাবিক। শিক্ষা দীক্ষাৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। বালি চাহিৰ পৰা ঐৰাৱত লৈ সকলোৰে ইচ্ছা সুখভোগ কৰিবৰ। সুখ কি, আৰু ইয়াক কি কৰিলে ভোগ কৰিব পাৰি তাক একে আখাৰে কৈ দিয়া অসম্ভব। এই সম্বন্ধে প্ৰায় প্ৰত্যেক মানুহৰে বিভিন্ন মত। এজনে যিহক সুখ বোলে আনজনে তাক দুখ বুলি ভাবে। এজনে যিহত আনন্দত উৎফুল্ল হয় আন জনৰ চকুত সেই কথা কথা যেনেই নালাগে। কিন্তু কোনো মানুহেই নিজে মৰিব বা ৰোগ ভুগিব ভাল নাপায় আৰু আত্মীয়-স্বজন মৰিলেও শোক নকৰাকৈ থাকিব নোৱাৰে কিম্বা তেওঁলোকৰ অসুখত দুখ নকৰাকৈও থাকিব নোৱাৰে। সুস্থ শৰীৰে দীৰ্ঘায়ুহৈ থাকিবা

বুলি কলে মানুহে ভাল পায়। লৰা তিৰোতা দীৰ্ঘায়ু হৈ সুস্থ শৰীৰে থাকিব বুলি কলেও মানুহে বৰ সন্তোষ পায় গতিকে আন বিষয়ে- সৰ্ব্ববাদীসম্মত সুখ দুখৰ কথা কব নোৱাৰিলেও অন্ততঃ এই খিনি কব পাৰি যে লৰা তিৰোতাৰ সৈতে সুস্থ শৰীৰে দীৰ্ঘায়ু হৈ থকাৰ নামেও সুখ। আৰু এইদৰে কলে বঢ়াই কোৱা নহব যে, এই সুখৰ পৰাই আন আন সুখৰ উৎপত্তি বা আন আন সুখ এই সুখৰ ভিতৰতে।

সকলো সুখৰ মূলত শৰীৰ। শৰীৰ মানে ৰুগ্ন শৰীৰ নহয়। সুস্থ শৰীৰক হে ধৰ্ম্ম অৰ্থ, কাম, মোক্ষ সাধনৰ মূল বুলি সকলো দেশৰ জ্ঞানী সকলে কৈছে। শৰীৰ ভালে থাকিলে মন ভালে থাকে। শৰীৰ বেয়াৰ লগে লগে মনো বেয়া হয়। শৰীৰ মন বেয়া হলে পৃথিবীত এনেকুৱা কোনো বস্তু নাই যিহে মানুহক সুখ দিব পাৰে। শৰীৰৰ নিচিনা মূল্যবান বস্তু একো নাই। ধন ধানৰ ভৰালত কৰিও বেছি কৰি এই শৰীৰৰ পহৰা দিবৰ চেষ্টা কৰা উচিত। আঁজলা ভাই হত! ধন ধান উপাৰ্জ্জন কৰাত যথেষ্ট পৰিশ্ৰম কৰিব নালাগে বা তাক চোৰ ডকাইতৰ হাতৰ পৰা ৰক্ষাৰ নিমিত্তে কম যত্ন লব লাগে এনে নহয়। যি ধনধানতকৈও মূল্যবান তাক চোৰ ডকাইতৰ হাতৰ পৰা ৰক্ষা কৰাৰ কাৰণ কিবা যত্ন কৰানে? ঘাঁহ পানী খুৱাই গৰু ছাগলী ৰাখিলেই ৰখা নহয়। ঘাঁহ পানী খুওৱাত যেনে যত্ন লবা বাঘৰ হাতৰ পৰা ৰক্ষা কৰাৰ নিমিত্তেও তেনে যত্ন লবা; তেহে গৰু ছাগলী থাকিব। বাঘৰ হাতৰ পৰা ৰক্ষা কৰাৰ বন্দোবস্ত

কৰি ঘাঁহ পানী দিয়াত যত্ন নললেও নহয়। অন্ন বস্ত্ৰেৰে শৰীৰৰ পুষ্টি সাধনৰ যেনে চেষ্টা কৰিবা তেনেকৈ চোৰ কালা-জ্বৰ, ডকাইত কলেৰা, বাঘ বসন্ত ইত্যাদিৰ পৰা শৰীৰ ৰক্ষাৰ কাৰণত যত্ন কৰিবা। দুই পিনে সমান যত্ন কৰিলেহে যদি আৰোগ্য শৰীৰে দীৰ্ঘায়ুহৈ থাকিব পাৰা। আমাৰ দেশত কেবল অন্ন বস্ত্ৰেৰে শৰীৰৰ পুষ্টি সাধনৰ কথাহে সকলোৱে কয়। বাকী কথাৰ ফালে কাৰো লক্ষ্যই নাই। ছাগলীক কেবল ঘাঁহ পানীহে খুৱাইছে—কুকুৰলেজীয়া বাঘৰ হাতৰ পৰা যে ৰক্ষা কৰাৰ বন্দোবস্ত কৰিব লাগে তাৰ খবৰেই নাই। ফলও তদ্ৰূপেই। সোণাক পুহি পালি ডাঙ্গৰ কৰিছা; আজি বাদে কালি বোৱাৰী ঘৰলৈ আহিব। ঘৰৰ কৰ্ত্তা হৈ ঘৰ চলাই তোমাক বিশ্ৰাম দিব। এনেতে এদিন হঠাৎ কলেৰা ডকাইত আহি তোমাৰ ঘৰত সোমাই সোণাক লৈ গ'ল। তুমি ভাবি আছিলা—সোণা ৰক্ষাৰ কাৰণে যথেষ্ট যত্ন লৈছা; কিন্তু ইদিকে যে ডকাইত অহা বাটৰ দুৱাৰ মুকলি হৈ আছিল কবই নোৱাৰিলা। অলপ-মান সাৱধান হোৱা হলে জানোবা এনেকুৱা নহল হেতেন? হোৱাই নোহোৱাই যাৰ তৰ্ক কৰা অভ্যাস সি ইয়াতে তৰ্ক কৰিব পাৰে—"জন্ম মৃত্যু ঈশ্বৰৰ ইচ্ছাতে হে হয়।" ময়ো কওঁ কথাটো সচা হলেও হব পাৰে। কিন্তু সেই বুলিয়ে কলেৰা কি জ্বৰ হলে তুমি দেখোঁ চিকিৎসা নকৰা কৰি নাথাকা? মযি সাৱধান হবৰ কথা কৈছোঁ সিও চিকিৎসা হে। তুমি নহয় বেমাৰ হলে চিকিৎসা কৰা, মই নহয় যাতে বেমাৰ হব নোৱাৰে

তাৰ বাবে সাবধান হওঁ। তুমি নহয় বাঘে কামুৰিলে দৰব দি ভাল কৰিবৰ চেষ্টা কৰা, মই নহয় বাঘ অহা বাটটি বন্ধ কৰোঁ। দুয়োৰে লক্ষ্য একেই। যদি তুমি বেমাৰ হলেও চিকিৎসা নকৰা কৰি ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি থাকিব পাৰা তেন্তে মোৰ মতৰ লগত অমিল হব। ঈশ্বৰ বিশ্বাসী মানুহে আনন্দ বা দুখ অনুভব নকৰে। তেওঁজানে যে ঈশ্বৰৰ ইচ্ছাতে সমস্তই হয়। তুমি যদি ৰোগ ভুগাত দুখ নোপোৱা বা মৃত্যুত শোক নকৰা তেন্তে মোৰ কথা মতে তোমাৰ চলাৰ প্ৰয়োজন নাই। যদি তুমি বেমাৰ হলে চিকিৎসা কৰা, দুখ কৰা আৰু মৃত্যু হলে শোক কৰা তেন্তে প্ৰমাণ হব যে তোমাৰ ঈশ্বৰ বিশ্বাস মুখৰ কথা। তোমাৰ কথাতে তোমাৰ বিশ্বাস নাই। যদি বিশ্বাস নাই--নিজৰ যত্নৰ ওপৰত বিশ্বাস কৰা, চিকিৎসা আৰু ঔষধৰ ওপৰত বিশ্বাস কৰা,—আৰু তৰ্ক নকৰিবা; অলপ মন দি শুনা। প্ৰকৃত ঈশ্বৰ বিশ্বাসীৰ ওচৰত কথা কবৰ সাহস আমাৰ নাই।

আমাৰ দেশৰ বাঘ যেনেকুৱা অন্যদেশৰ বাঘো তেনেকুৱা। আমাৰ দেশৰ মানুহ যেনেকুৱা অন্য দেশৰ মানুহো তেনেকুৱা। কোনো এটি বিষয়তো আমাৰ দেশৰ মানুহৰ লগত অন্য দেশৰ মানুহৰ পাৰ্থক্য নাই। কেবল শীত প্ৰধান দেশৰ মানুহ গ্ৰীষ্ম প্ৰধান দেশৰ মানুহতকৈ কিছু শুভ্ৰ। অইন দেশৰ বাঘ যি উপায়ে মাৰিব পাৰিছে, সেই উপায় অবলম্বন কৰিলে আমাৰ দেশৰ বাঘো নমৰিবৰ কোনো কাৰণ দেখা নাযায়। ইউৰোপত কলেৰাত মানুহ মৰে, আমাৰ দেশতো মৰে। ইউৰোপত যি

দৰবৰ দ্বাৰা কলেৰা ৰোগী ভাল হয়, সেই দৰব ব্যৱহাৰ কৰিলে আমাৰ দেশৰ কলেৰা ৰোগীও ভাল হয়। এইবোৰ কাৰণেই এক দেশৰ উলিওৱা ঔষধ আন দেশৰ মানুহে ব্যৱহাৰ কৰি উপকাৰ পাব লাগিছে। ইউৰোপ আমেৰিকাৰ মানুহে উলিওৱা দৰবেৰে আমাৰ দেশ ভৰা। প্ৰত্যেক ডাক্তাৰখানা আৰু দোকান তাৰ সাক্ষী। সেইবোৰ দৰব ব্যৱহাৰ কৰি আমাৰ দেশৰ মানুহে উপকাৰ নাপাই বুলি আজি কোনেও কব পাৰা নাই। আৰু সেই বুলিয়ে কোনেও ব্যৱহাৰ নকৰাকৈও থাকিব পৰা নাই। যি যি কাৰণে ইউৰোপত ৰোগ হয় সেই সেই কাৰণে আসামত কি পৃথিবীৰ যি সি ঠাইতে ৰোগ হব পাৰে। পৃথিবীৰ পিঠিত থকা সকলো মানুহ একপ্ৰকাৰ বস্তুৰ দ্বাৰা গঠিত। ইউৰোপ কি আমেৰিকাত যি যি নিয়ম পালন কৰাত যি যি বেমাৰ লোপ হৈছে, আমাৰ ইয়াত সেই সেই নিয়ম পালন কৰিলে সেই সেই ৰোগ দূৰ নহবৰ কাৰণ দেখা নাযায়। আমাৰ দেশত যেনেকৈ নানা ৰোগত বছৰে বছৰে লাখে লাখে মানুহ মৰিব লাগিছে অন্যান্য দেশতো তেনেকৈ এক সময়ত মৰিছিল। আমাৰ দেশত যেনেকৈ কলেৰাই একুৰ কায়া বটলে এক সময় অন্যান্য দেশতো তেনেকৈ বটালিছিল। কিন্তু সেই দেশৰ জ্ঞানী সকলে এই ৰোগ বোৰৰ উৎপত্তি আৰু নিবাৰণৰ কাৰণ নিৰ্ণয় কৰি দিয়াত আৰু দেশবাসী সকলে তেওঁলোকৰ উপদেশ মতে চলাত, সেই সেই দেশত সেই সেই ৰোগ প্ৰায় দেখিবলৈকে নোহোৱা হৈছে। আমাৰ দেশৰ নিচিনা আজি আৰু সেই

দেশত বছৰে শ্ৰাদ্ধৰ সংখ্যা নাবাঢ়ে। ঘৰে ঘৰে শোকৰ দীৰ্ঘ নিশ্বাস শুনা নাযায়; স্বামীহীনা যুবতী বিধবাৰ হুমুনীয়াহত সেই দেশত গাৰ্হাস্থ্য সুখ দগ্ধ নহয়। যোনে দেশ দেশান্তৰৰ খবৰ ৰাখে যেয়ে এইবোৰ কথা স্বীকাৰ কৰিব। অইন দেশৰ মানুহে বাঘে কামুৰিব নোৱাৰাৰ উপায় কৰে, আমাৰ দেশৰ মানুহে তাৰ কোনো উপায় নকৰে কিন্তু বাঘে কামুৰিলে ঘা শুকনি দৰব বিচাৰে। অইন দেশৰ মানুহে যাতে পেটৰ অসুখ নহয় তাৰ নিমিত্তে সাৱধান হয়, আমাৰ দেশৰ মানুহে খাবৰ সময় সেই বিষয় নাভাবে কিন্তু পেটৰ অসুখ হলে দৰব খাই ভাল হবৰ চেষ্টা কৰে; পাৰিলে ভাল হয়, নহলে মৰে। এই স্বভাবটি পৰিত্যাগ কৰা উচিত নে অনুচিত পাঠকৰ বিবেচনাধীন। উপদেশ জ্ঞানীৰ, জীবন পাঠকৰ। জ্ঞানীৰ উপদেশ পালন নকৰিলে জ্ঞানীৰ কোনো কিছু লোকচান নহয় কিন্তু পাঠকৰ লোকচান হয়নে নহয় ভাবি চোৱা। পেট নিজৰ, পৰমায়ু নিজৰ; অন্ন পৰৰ। অন্ন বেছি কৰি খাই পৰক সন্তুষ্ট কৰা উচিত কি কম কৰি খাই নিজৰ স্বাস্থ্য বজায় ৰাখা উচিত বিবেচনাৰ ভাৰ পাঠকৰ ওপৰত। জ্ঞানীৰ উপদেশ মতে ৰোগৰ কাৰণ দূৰ কৰা উচিত নে নিজৰ খুচি মতে চলি ৰোগগ্ৰস্ত হৈ যাতনা ভুগা আৰু চিকিৎসকক টকা দিয়া উচিত, তাৰ বিচাৰৰ ভাৰও পাঠকৰ হাতত দিয়া হ'ল। বিচাৰৰ সময় পাঠকে যেন তলৰ কেই অধ্যাত এবাৰ চকু ফুৰায় আৰু সুখ পাবৰ উপায় পাবলৈ যত্ন কৰে।

# পৰোপকাৰ না আত্মোপকাৰ ?

সকলো দেশৰ, সকল জাতিৰ, সকলো ধৰ্ম্মৰ জ্ঞানী অজ্ঞানী, পণ্ডিত মূৰ্খ সকলো ৰকমৰ মানুহেই পৰোপকাৰ কৰা মহা পুণ্য বুলি কয়। কোনেও বুজি কয়, কোনেও নুবুজাকৈও জ্ঞানী সকলে কোৱা দেখি কয়। বুজি কোৱাৰ সংখ্যা বোধ কৰোঁ অতি কম হব। আৰু বুজি কোৱাৰ ভিতৰতো সকলোৱে বুজ একে ৰকমৰ নহয়। তুমি জ্ঞানী, সমস্ত প্ৰাণীয়ে তোমাৰ বন্ধু। তোমাৰ নিজৰ শৰীৰৰ ওপৰত তোমাৰ যিমান মায়া, যিমান মমতা, পৰৰ শৰীৰৰ ওপৰতো তোমাৰ সিমান মায়া, সিমান মমতা। তুমি প্ৰাণী মাত্ৰকে আত্মবৎ দেখা,—এইজন আপোন, এইজন পৰ তোমাৰ মনত নাই। তুমি জনক ৰজাৰ শ্ৰেণীৰ মানুহ, তুমি প্ৰত্যুপকাৰৰ আশা নাৰাখি পৰৰ উপকাৰ কৰিছা, তোমাৰ মনত স্বদেশ, বিদেশ, আপোন পৰ জ্ঞান নাই। গতিকে য'তে যাৰে আবশ্যক বুলি ভাবিছা ত'তে তাৰে উপকাৰ কৰিছা। চতুৰ্দ্দিকৰ পৰা তোমাৰ প্ৰশংসাৰ ধ্বনীয়ে গগন-মণ্ডল ধ্বনিত হব লাগিছে। তুমি যি বাটেৰে গৈছা, সেই বাটকে মানুহে পবিত্ৰ জ্ঞান কৰিছে। তোমাৰ পাছে পাছে ফুৰা মানুহৰ অভাব নাই। তোমাৰ চৰণ ধূলি লবৰ নিমিত্তে দেশ দেশান্তৰৰ পৰাও হাজাৰে হাজাৰে মানুহ আহে। তোমাকলৈ আজি মনুষ্য সমাজে ধন্য ধন্য কৰিছে। ঘৰে বাহিৰে, বাটে

ঘাটে, তোমাৰ গুণৰ কথা,—তুমি জানিবা গোকুলৰ শ্ৰীকৃষ্ণ। সুধিব পাৰোঁনে, কি কাৰণে তুমি পৰোপকাৰ কৰি ফুৰা? মানুহে কয় প্ৰশংসা পাবৰ কাৰণে তুমি পৰোপকাৰ কৰা,—মোৰ কিন্তু বিশ্বাস নহয়। ময় জানোঁ তুমি পৰোপকাৰ কৰা কিন্তু কাকোতো জানিব নিদিয়া। সোঁ হাতেৰে দান কৰা কিন্তু বাওঁ হাতেও তাৰ গম নাপায়। কোনেও কয় দহে তোমাৰ পদধূলি লোৱাটো তুমি গৌৰব বুলি ভাবা আৰু সেই নিমিত্তেই পদধূলিৰ মূল্য বঢ়াবৰ কাৰণ পৰোপকাৰ কৰা। ইয়াতো মোৰ বিশ্বাস নহল। মই জানো তুমি নিজক ডাঙ্গৰ বুলি কেতিয়াও নাভাবা, দহৰ পদধূলি পবিত্ৰ জ্ঞান কৰা আৰু দহৰ পদধূলি লৈ ফুৰা। তেন্তে তুমি কি পগলা? ক'তা, পগলা হলে যেনেকৈ নিঃস্বাৰ্থ উপকাৰ কৰিলা হয় তেনেকৈ নিঃস্বাৰ্থ অপকাৰও কৰিলা হয়। তোমাকতো কেতিয়াও পৰৰ অপকাৰ কৰা দেখা নাই। কব পাৰি পুণ্যৰ আশাত, কিন্তু পৰোপকাৰ কৰিলেনো পুণ্য কেনেকৈ হয়? শাস্ত্ৰে কৈছে পৰোপকাৰ কৰিলে পুণ্য হয়, তাৰ যুক্তি কি? মানুহে কয়, ঈশ্বৰ মহান, তেওঁৰ চকুত সকলো সমান। মানুহৰ ভিতৰতো যোনে সকলোকে সমান দেখে তেওঁ ঈশ্বৰ তুল্য হয় আৰু শেষত ঈশ্বৰৰ দৰ্শন পায়। তুমি যদি ঈশ্বৰক দেখা পোৱাৰ আশাত পৰোপকাৰ কৰিছা তেন্তে ইয়াতো স্বাৰ্থ আছে। ঈশ্বৰ দৰ্শন পোৱা তোমাৰ স্বাৰ্থ, গতিকে তোমাৰ পৰোপকাৰ নিঃস্বাৰ্থ নহয়। কব পাৰা— এনেকুৱা স্বাৰ্থ দোষনীয় নহয়। ময়ো কওঁ দোষনীয় নহয়

কিন্তু স্বাৰ্থ হলে হয়। এক শ্ৰেণীৰ মানুহ আছে যোনে ঈশ্বৰ, পাপ পুণ্য স্বৰ্গ নৰ্ক বিশ্বাস নকৰে। তেওঁলোকে কয়—পৰোপকাৰ কৰিলে আত্মপ্ৰসাদ সুখ পোৱা যায়; সেই সুখৰ নিমিত্তেই জ্ঞানী সকলে পৰোপকাৰ কৰে। এই কথাটিও মই অবিশ্বাস নকৰোঁ। কিন্তু আত্মপ্ৰসাদ লাভ কৰাটোও স্বাৰ্থ আৰু সেই স্বাৰ্থটিও দোষনীয় নহয় বুলিলে মই বেজাৰ নাপাওঁ। প্ৰবৰ্ত্তক নহলে প্ৰবৃত্তি নহয়। পৰোপকাৰৰ কিবা এটি মোহিনী শক্তি আছে, যি শক্তিয়ে মুগ্ধ কৰি তোমাক কাজত লগাইছে। তুমি পৰৰ পৰা অৰ্থাৎ যাৰ উপকাৰ কৰা তাৰ পৰা কোনো পাৰ্থিব প্ৰতিদান আশা নকৰিব পাৰা কিন্তু তাতকৈ মূল্যবান কোনো অপাৰ্থিব বস্তু যে তুমি পোৱা তাত সন্দেহ নাই। ঈশ্বৰ দৰ্শন পালেও অপাৰ্থিব প্ৰতিদান পালা আৰু আত্ম-প্ৰসাদ লাভ কৰিলেও অপাৰ্থিব প্ৰতিদানেই পালা। তোমাৰ কাৰ্য্য মহৎ, অতি পবিত্ৰ, তুমি হাজাৰ ৰকমৰ প্ৰতিদান পোৱা; মই তাত দুঃখিত নহৈ বৰং আনন্দিতহে হম; কিন্তু তুমি কৰা কাৰ্য্যটিক পৰোপকাৰ নুবুলি আত্মোপকাৰ নোবোলা কিয়? মোৰ আৰু মোৰ নিচিনা দহজনৰ মূৰ আছে গতিকেহে তোমাৰ বেজ শিকা হল। পৰ আছে বুলিছে তুমি পৰোপকাৰ কৰিব পালা। আৰু পৰোপকাৰ কৰোঁতে কৰোঁতে হে তোমাৰ জ্ঞানৰ অনুশীলন হৈ ঈশ্বৰ দৰ্শন পালা বা আত্ম-প্ৰসাদ লাভ কৰিলা। পৰ, না থাকিলে এই জ্ঞান চৰ্চ্চাৰ সুবিধা ক'ত পালা হয়? দুখীয়া আছে বুলিছে দুখীয়াক খুৱাই সুখ

পাইছা ? যদি দুখীয়া আজি নোহোৱা হয়, সকলোৱে তোমাৰ নিচিনা সুখীয়া, খুৱাব পাৰা হয়, তেতিয়া তোমাৰ এই সুখ কিহৰ পৰা পাবা ? যাক খুৱালা, সি খাই সুখ পাবও পাৰে নাপাবও পাৰে কিন্তু তুমিতো সুখ পালা ? খোৱাৰ উদ্দেশ্যও সুখ, খুওৱাৰ উদ্দেশ্যও সুখ। দুখীয়াক খুৱালা বুলি দুখীয়াই সুখ পালে আৰু তুমি যে নাপালা এনেকুয়াতো নহয়। তুমি সাধু সন্ন্যাসী মানুহ, তুমি ৰাজৰ্ষি জনকৰ শ্ৰেণীৰ মানুহ ; তোমাৰ কথা আলোচনা কৰি আমি টিকিব নোৱাৰোঁ। তুমি পৰোপকাৰ কৰাৰ পঞ্চাশ ৰকমৰ যুক্তি দেখুৱাবা। আমি সংসাৰী মানুহ, মায়াবদ্ধ জীব, আমাৰ ঘৰবাৰী আছে, লৰা তিৰোতা আছে, আমাৰ আমাৰ বুলিবৰ সমাজ আছে, গাওঁ আছে ; আমাৰ দানৰ লগত প্ৰতিদান সূক্ষ্মতম সূত্ৰেৰে গাঁথা আছে। সেই সূত্ৰ হয়তো অনেক সময় আমি নিজে দেখা নাপাবও পাৰোঁ কিন্তু তোমাৰ চকুত সি ধৰা নপৰা কৰি নাথাকে। তোমাৰ কথা তুমি সিমান পৰিষ্কাৰ কৰি বুজিবও পাৰা কিন্তু আমাৰ কথা, আমাৰ মনৰ ভাব তিমান ভাল মতে বুজা। মই আমাৰ গাওঁৰ মাতব্বৰ মানুহ, মানুহে নকলেও মই কিন্তু নিজে নিজে ভাবোঁ। মানুহে কয় নকয় কব নোৱাৰোঁ। কিন্তু ময় হলে নিজকে নিজে বিদ্বান বুলি স্থিৰ সিদ্ধান্ত কৰি থৈছোঁ। মোত কৰি গাওঁত কোনোৱা উচ্চ বংশজাত মানুহ থকা বুলি মই বিশ্বাস কৰিব সম্মত নহওঁ। আমাৰ গাওঁলীয়াৰ উপকাৰৰ অৰ্থে যি কিছু কৰিব পাৰোঁ ময়েই। মই নিজকে

নিজে যিমানেই ভাল, ডাঙ্গৰ আৰু ক্ষমতাবান বুলি নাভাবোঁ তুমি কিন্তু কেতিয়াও তেনেকুৱা বুলি ভাবিব ৰাজি নোহোৱা। মই গাওঁলীয়া লৰা ছোৱালী বোৰৰ সুবিধাৰ নিমিত্তে স্কুল পাতি দি জয় ঢোল বজালোঁ; তুমি কিন্তু তাত পৰোপকাৰৰ লেশ মাত্রও নেদেখিলা। তুমি কব আৰম্ভ কৰিলা—"স্কুল নহলে প্রথমে তোমাৰ লৰাই মূৰ্খ হব, সেই নিমিত্তে স্কুল কৰিলা। ই—পৰোপকাৰৰ অৰ্থে কৰা নহয়।" মই ধনী, মোৰ লৰা ঘৰতে শিক্ষক ৰাখি পঢ়াব পাৰোঁ ও পঢ়াই আছো। এই গাওঁলীয়া স্কুলত মোৰ লৰা পঢ়িব নিদিলেও চলিব। তুমি কূট তৰ্ক উলিয়ালা—"গাওঁলীয়া লৰাবোৰ স্কুলৰ অভাবত মুৰ্খ ও দুশ্চৰিত্র হলে তোমাৰ লৰাক ঘৰত শিক্ষক ৰাখি শিক্ষা দিলেও শিক্ষিত আৰু চৰিত্রবান হব নোৱাৰে। লৰা লৰাৰ লগ হবই। পণ্ডিতে চব্বিশ ঘণ্টা লগত ৰাখিব নোৱাৰে। তোমাৰ লৰা, আৰু গাওঁলীয়া লৰা সকলো এদিন ডেকা হব আৰু প্রত্যেকে সমাজৰ এক এক জন হব। গাওঁলীয়া লৰা সকল দুশ্চৰিত্র হলে তোমাৰ লৰাও তদ্রূপেই হব। গোটাইখন সমাজ বেয়া হলে তোমাৰ লৰা অকলে ভাল হব নোৱাৰিব। গাওঁলীয়া ডেকা বোৰ ভাল হলে, তোমাৰ লৰা বেয়া হলেও লগৰ লগত ভাল হব পাৰে, গতিকে তুমি যি স্কুল কৰিলা সি পৰোপকাৰৰ নিমিত্তে নহয়; প্রকৃত প্রস্তাবে এই স্কুলৰ পৰা তোমাৰ হে উপকাৰ হব।"

মোৰ নাদ আছে, পুখুৰী আছে। মোৰ ঘৰত সদায় পৰিষ্কাৰ নিৰ্দ্দোষ পানী ব্যবহাৰ কৰা হয়। গাওঁলীয়াই ভাল

পানী ব্যৱহাৰ কৰিব নাপায়। গাওঁলীয়াৰ পানীৰ কষ্ট দূৰ কৰাৰ কাৰণ মই এটি নাদ খান্দি দি পৰোপকাৰৰ গৌৰব পতকা উৰুৱালোঁ। তোমাৰ কিন্তু সহ্য নহল, ইয়াতো তুমি নানা ৰকমৰ যুক্তি দেখুৱাই মোৰ গৌৰব পতকা কাতি বগৰাই দিলা। তোমাৰ মতে,গাওঁলীয়াই বেয়া পানী ব্যৱহাৰ কৰাত তেওঁলোকৰ কলেৰাদি নানা প্ৰকাৰৰ ৰোগ হব। মোৰ ঘৰত ভাল পানী ব্যৱহাৰ কৰা সত্বেও তেতিয়া ময়ো সেই ৰোগৰ পৰা সাৰিব নোৱাৰিম। কাৰণ বেয়া পানীৰ পৰা উৎপন্ন হলেও তাৰ বীজ বতাহত উৰি ওচৰৰ ঘৰ বোৰত যাব পাৰে আৰু মাখিয়েও বৈ নি দিব পাৰে। গাওলীয়া ভাল থাকিলেহে ময়ো ভাল থকাৰ সম্ভব। তোমাৰ ইত্যাদি যুক্তিৰ ওচৰত মোৰ ধাতু উৰি গল। গাওঁলীয়াৰ যাতায়াতৰ নিমিত্তে ভাল বাট নাছিল। দুখ দেখিব নোৱাৰি এটি বাট বন্ধায় দি অহঙ্কাৰৰ কপট হাঁহিৰে হাঁহি এটি মাৰিব পাওঁতে নোপাওঁতেই আহি তুমি হাজিৰ। যি বাট গাওঁলীয়াৰ নিমিত্তে বান্ধিলোঁ, তোমাৰ মতে হেনো সি অকল গাওঁলীয়াৰ নিমিত্ত নহয়। তাৰ পৰা মোৰ নিজৰ হে উপকাৰ বেছিকৈ হব বোলে। কাৰণ, মই ধনী, মোৰ গৰু ম'হৰ সংখ্যাও সৰহ, মোৰ ঘৰক মানুহো বেছিকৈ অহা যোৱা কৰে খেতিৰ শস্য, বেপাৰৰ বস্তুও বোলে মোৰ ঘৰলৈ বেছিকৈ আহে, গতিকে বাটটি হেনো মোৰ কাজত হে বেছিকৈ ব্যবহৃত হব। আৰু গাওঁলীয়া বোৰ সেই গাওঁত নাথাকিলেও বোলে সেই বাটটি মোৰ নিজৰ নিমিত্তে বন্ধাব লাগিলেই হেতন। উপায়

নাই, গাওঁলীয়াৰ উপকাৰৰ নিমিত্তে বাট বান্ধিলোঁ, স্কুল পাতিলোঁ, নাদ খান্দিলোঁ, পুখুৰী খান্দিলোঁ ; হৰেক ৰকমৰ কাম কৰিলোঁ, কিন্তু তোমাৰ নিমিত্তে গাওঁলীয়াৰ উপকাৰ কৰা বুলি মুখকে মেলিব নোৱাৰোঁ। তুমি প্ৰত্যেকটি কামকে যুক্তিৰ দ্বাৰা এনেকৈ দেখুৱাই দিয়া যে বাস্তবিকে পৰৰ নিমিত্তে কৰা নহয়, মোৰ নিজৰ নিমিত্তেহে কৰা হৈছে।

সেই নিমিত্তেই কওঁ—সাধু অসাধু, সন্ন্যাসী গৃহবাসীকে আদি কৰি মানুহে যিবোৰ কাম পৰোপকাৰৰ নিমিত্তে কৰা বুলি ভাবে বা কয় বাস্তবিকে সেইবোৰ কামৰ দ্বাৰা পৰোপকাৰতকৈ আত্মোপকাৰ হে বেছিকৈ হয়। আৰু সেই নিমিত্তে কওঁ তাক পৰোপকাৰ নুবুলি আত্মোপকাৰ হে বুলিব লাগে। পৰোপকাৰ বুলি এটি শব্দ আমাৰ অভিধানত থকা উচিত নহয়। কব পাৰা—"সেই কামত আত্মোপকাৰ যেনেকৈ হয় পৰোপকাৰও তেনেকৈ হয়। হয় আত্মোপকাৰ নহয় পৰোপকাৰ এটি নাম সংজ্ঞাৰ্থে দিবই লাগিব। গতিকে পৰোপকাৰ নাম দিয়াত একো দোষ দেখা নাযায়।" মই এইবোৰ যুক্তি একেবাৰে উৰাই দিব নকওঁ। আত্মোপকাৰেই বোলা বা পৰোপকাৰেই বোলা কৰ্ত্তাৰ ইচ্ছাত হে হয়। নিজৰ ইচ্ছাত কৃত হয় আৰু আত্মোপকাৰো হয় গতিকে তাৰ নাম পৰোপকাৰ নিদি আত্মোপকাৰ দিয়া উচিত। পৰোপকাৰ কৰিব পৰেতো বাধ্য নকৰে। তুমি নিজ ইচ্ছায় হে কৰা। আত্মোপকাৰৰ নিমিত্তে কোন কাম কৰা বুলি ভাবিলে তাত যেনেকুৱা মনোযোগ হব,

পৰোপকাৰৰ নিমিত্তে কৰা বুলি ভাবিলে তেনেকুৱা হবৰ নহয়, অন্ততঃ আমি ঘোৰতৰ সংসাৰী সকলৰ পক্ষে। যেতিয়াই তুমি কোন কাম কৰা তেতিয়াই সূক্ষ্মভাবে ভাবি চাবা তাৰ দ্বাৰা তোমাৰ নিজৰ কিমান উপকাৰ হব আৰু পৰৰ কিমান হব। তোমাৰ কামৰ পৰা হয়তো পৰে এক আনা উপকাৰ পাব—তুমি কিন্তু পোন্ধৰ আনা পাবা। তোমাৰ দানত পৰৰ অন্ন বস্ত্ৰৰ দুখ দূৰ হব পাৰে কিন্তু দান গ্ৰহণ কৰোঁতা নাথাকিলে তোমাৰ দানৰ হেপাহ দূৰ নহব। অন্ন বস্ত্ৰৰ অভাব জনিত কষ্টতকৈ তোমাৰ অতৃপ্ত দানৰ পিয়াহৰ যন্ত্ৰণা কোন অংশে কম নহব। সেই নিমিত্তে কওঁ পৰোপকাৰ বুলি কোন এটি কথা হব নোৱাৰে। ভাল কৰা নিজৰ বেয়া কৰা নিজৰ।

# মাখি।

মাখি অনেক প্ৰকাৰ। সকলো প্ৰকাৰ মাখিয়ে প্ৰধানতঃ গেলা পচা বস্তুৰে জীবিকা নিৰ্ব্বাহ কৰে। গেলা, পচা, বিষ্ঠা গোবৰ ভিন্ন অন্য বস্তু যে মাখিয়ে নাখায় এনে নহয়; সিহঁতে ভাল বস্তুও খায়। সিহঁতে গেলা পচা অৰ্থাৎ নৰম বস্তু হলে খাবলৈ ভাল পায় আৰু তাৰ গন্ধ পালেই তৎক্ষণাত উৰিগৈ সেই বস্তুৰ ওপৰত পৰি খাবলৈ আৰম্ভ কৰে। আৰু সেইবোৰ বস্তুৰ পৰা যি ৰস বাহিৰ হয় তাৰে কিছুমান তাৰ মুখৰ ভিতৰৰ থলিত জমাই থয়। যেতিয়া তাৰ কোন কঠিন বস্তু খাবৰ ইচ্ছা হয়, কি কোমল বস্তুৰ অভাবত কঠিন বস্তু খাব লগীয়াত পৰে, তেতিয়া সি সেই কঠিন বস্তু কোমল কৰি খাবৰ উপযুক্ত কৰিবলৈ তাৰ মুখৰ থলিত জমাই থোৱা সেই ৰসটি বাহিৰ কৰি সেই সেই কঠিন বস্তুৰ ওপৰত পেলাই দি কোমল কৰিলৈ খায়। যেনেঃ—কোন এটি ইন্দুৰ বা নিগনি গেলিছে বা কোনবাই কফ পেলাইছে। মাখিয়ে লগ পালে সেই পচা নিগণিৰ পুঁজ, পানী বা সেই কফ খাব আৰু তাৰপৰা কিছু ৰস নিদান কাললৈ তাৰ মুখৰ থলিত জমা কৰি ৰাখিব। ফুৰোঁতে ফুৰোঁতে যেতিয়া মানুহৰ ঘৰত লাৰু, পিঠা বা ভাত পাব আৰু তাৰ খাবৰ মন যাব আৰু কঠিন গতিকে সেই বস্তুবোৰ খাব নোৱাৰিব তেতিয়া সি মুখৰ থলিত জমা ৰখা সেই নিগণিৰ বা ফকৰ ৰহেদি তাক ভিজাই লৈ কোমল কৰি খাব। ই হৈছে সূক্ষ্মদৰ্শী

বৈজ্ঞানিকৰ কথা। তেওঁলোকক যোনে বিশ্বাস কৰে তেওঁৰ নিমিত্তে কোন কথা কোৱাৰ প্ৰয়োজন নাই। কিন্তু যোনে তেওঁলোকৰ এই কথা বিশ্বাস কৰিব টান পায় তেওঁলোকক দুই চাৰি আখাৰ কথা কোৱাই লিখকৰ উদ্দেশ্য।

বাৰু, মাখিয়ে গেলা পচা বস্তুৰপৰা ৰস টানিলৈ মুখৰ থলিত জমা নাৰাখে বা সেই ৰকম জমা ৰাখিবৰ নিমিত্তে তাৰ মুখৰ ভিতৰত তেনেকুৱা কোনো থলিও নাই। অথবা তাৰ সেই ৰকম থলি থাকিলেও আৰু তাত সেই ৰকমৰ ৰস জমা ৰাখিলেও তাক সি কোন বস্তু ভিজাই কোমল কৰা কাৰ্য্যত ব্যবহাৰ নকৰে। কিন্তু মাখিয়ে যে গেলা পচা বস্তু ভাল পায় আৰু তাৰ ওপৰত বহি খায় এই কথা বোধ কৰোঁ আমি কোনো বৈজ্ঞানিকৰ পৰা শিকিব নালাগে। দিনে ৰাতিয়ে আমি দেখিবই লাগিছোঁ, গেলা পচা বস্তু, বিষ্ঠা, মূত্ৰ, কফ আদিৰ ওপৰত মাখি সমাহৈ পৰি থাই থাকে। বেয়া দুৰ্গন্ধময় বস্তু পালে সিহঁতে কেতিয়াও ভাল সুগন্ধময় বস্তু বিচাৰি নাযায়। গেলা দুৰ্গন্ধময় বস্তু ভিন্ন তাৰ ভবিত অন্য কোনো সুগন্ধময় বস্তু লাগিবৰ সম্ভাৱনা বৰ কম। বিষ্ঠা মুত্ৰৰ খাল থলি সি কেতিয়াও আতৰৰ বাতি লৈ নাযায়। সেই বুলিয়ে ঈশ্বৰে মাখিক জন্ম দিয়াৰ কোন উদ্দেশ্য নাই বুলি ভবা উচিত নহয়।

গৰু মৰিলে মানুহে পথাৰত পেলাই দিয়ে। সেই শ কাউৰ, শিয়াল, সগুণে খায়। নাখালে গেলি পচি দুৰ্গন্ধ বাহিৰ হৈ মানুহৰ স্বাস্থ্য ভঙ্গ কৰে। ভগবানে কাউৰ, শিয়াল

সগুণ সৃষ্টি নকৰিলে এই মৰা শ বিলাকৰ পৰা মানুহৰ বৰ অপকাৰ হল হেতেন। সেই নিমিত্তে ইইঁতক বিধাতাৰ সৃষ্টিৰূপ চহৰৰ ( মিউনিসিপ্যালিটিৰ ) নগৰ ৰক্ষক সমিতিৰ মেথৰ বুলিব পাৰি। মানুহে শৌচ কৰিলে গাহৰিয়ে খাই ঠাইখন পৰিষ্কাৰ কৰে, গতিকে গাহৰিক মানুহৰ উপকাৰৰ নিমিত্তে সৃষ্টি কৰা বুলিলে বৰ বেয়া কোৱা নহব। ভাত আঞ্জা মাটিত পৰিলে পৰুৱাই বৈ নি তাৰ গাঁতত সোমাই ঠাইখন পৰিষ্কাৰ কৰি দিয়ে কাজেই তাকো স্বাস্থ্য-বিভাগৰ কৰ্ম্মচাৰী বোলাত কোনো প্ৰতিবন্ধক দেখা নাযায়। এইবোৰ প্ৰাণী নথকা হলে আমাৰ বাসস্থানবোৰ দুৰ্গন্ধে ভৰা নৰক-কুণ্ড হল হেতেন। ইইঁতক সৃষ্টি কৰাৰ আন কিবা মহৎ উদ্দেশ্যও হয়তো থাকিব পাৰে, কিন্তু মোটা বুদ্ধিৰে ইইঁতক আমাৰ উপকাৰৰ নিমিত্তেহে সৃষ্টি কৰা যেন দেখা যায়। পচা গৰু-মহ কাউৰ শিয়াল সগুণে খোৱাৰ পাছত তাৰ কিছু তেজ পূঁজ মাটিত আৰু ঘাঁহ বনত পৰি থাকে তাক সিহঁতে খাব নোৱাৰে, সি মানুহৰ অনিষ্ট কাৰক। এই তেজ পূঁজ খিনি মাখিয়ে খায়। গাহৰিয়ে বিষ্ঠা খালেও তাৰ ৰস সেইৰূপে ঘাঁহ, বন আৰু মাটিত লাগি থাকে, সেই ৰস মাখিয়ে খাই ঠাইখন একেবাৰে গোবৰ পানী দিয়াৰ দৰে কৰে। ভাত আঞ্জা পৰুৱাই বৈ নিয়াৰ পাছত তাৰ লাগি থকা ৰসখিনি মাখিয়ে খাই ঠাইখন পৰিষ্কাৰ কৰে সুতৰাং মাখিকো বিধাতাই আমাৰ উপকাৰৰ নিমিত্তে সৃষ্টি কৰা বুলিলে বোধ কৰোঁ একো দোষ নহয়। কাউৰ, শিয়াল, সগুণ, কুকুৰ আৰু মাখি মাৰিলে

যে আমাৰ অনিষ্ট নহয় এনে নহয়। দিনে ৰাতিয়ে আমি আমাৰ থকা ঠাইৰ ইপিনে সিপিনে কিমান যে থু, কফ পেলাওঁ তাৰ সীমা নাই। তাৰে কিছু মাটিত সোমাই যায় কিছু মাখিয়ে খায়। এইবোৰ পৰিষ্কাৰ কৰাত আমি এতিয়া যিমান সাবধানতা লওঁ, মাখি নাথাকিলে তাতকৈ বেছি সাবধানতা লব লাগিল হেঁতেন।

কাউৰ, শিয়াল, সগুণে যদি আমাৰ খোৱা বস্তুৰ ওপৰত উঠে কিম্বা মুখ দি খায় তেন্তে আমি সেই বস্তু নাখাওঁ। কোনেও সেই বস্তু অপবিত্র হোৱা বুলি পেলাই দিয়ে আৰু কোনেও ঘিণ লগা হোৱা বুলি নাখাই পেলাই দিয়ে। এই অপবিত্র বা ঘিণ লগা ভাবটি কৰ পৰা আহিল ? আমি যি গেলা পচা শক অপবিত্র বুলি ভাবোঁ আৰু ঘৃণা কৰোঁ। সেই শ এই জন্তুবোৰে খাই সিঁহঁৰ হাত, গা মুখ একোকে নোধোৱা দেখিয়ে আমি সিহঁতৰ চুৱা বস্তু অপবিত্র বা ঘিণ লগা বুলি পেলাই দিওঁ। আৰু সেই মৰা শৰ পৰা আমাৰ স্বাস্থ্যৰ হানি হয় বুলিয়ে তাক ঘৃননীয় বা অপবিত্র বুলি ভাবোঁ। আমাৰ পূৰ্ব্ব-পুৰুষ সকল বৰ জ্ঞানী আছিল। তেখেত সকলৰ দিনত জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা আজি কালিতকৈ বহুত বেছি আছিল। তেখেত সকলে বিচাৰ কৰি যি বস্তু আমাৰ স্বাস্থ্যৰ হানিজনক তাক অপবিত্র বা ঘৃননীয় বুলি এনেকুৱাকৈ সমাজৰ মনত সুমাই দিছে যে এতিয়া সমাজে কালৰ গতিত তাৰ আদি কাৰণ

পাহৰি গৈছে, কেবল সংস্কাৰ স্বৰূপে অপবিত্ৰতাৰ ভাব আৰু ঘৃণাৰ ভাবটিয়েহে সমাজ চলাই আছে।

এতিয়া দেখা যাক মাখিৰ পৰা আমাৰ অকল উপকাৰে হয় নে অপকাৰো হয়। ঠাই পৰিষ্কাৰ কৰে বুলি কাউৰ, শিয়াল, সগুণ আমাৰ উপকাৰী, কিন্তু সেই বুলিয়ে আমাৰ খোৱা বস্তু সিহঁতক চুব নিদিও, কাৰন, তাত আমাৰ অপকাৰ হবৰ সম্ভবনা। সেইৰূপে ঠাই পৰিষ্কাৰ কৰা হিচাবে মাখি আমাৰ উপকাৰী হলেও তাক আমাৰ খোৱা বস্তুৰ ওপৰত পৰিব দিয়া উচিত নহয়। সগুণ ভাতৰ ওপৰত পৰিলে যেনেকৈ ভাত চুৱা যায়, মাখি পৰিলেও তেনেকৈ চুৱা যোৱা বুলি ভাবা উচিত। এজন বসন্ত ৰোগীৰ ঘাৰ ৰস আনি আন এজনৰ গাত টিকা দিয়ে, তেতিয়া ইজনৰও বসন্ত ওলায়। চকুৰে মনিব নোৱাৰা বেজিৰ আগেৰে সাপৰ বিষ আনি মানুহৰ গাৰ সামান্য ঘা এডোখৰত লগাই দিলেও বিষ লাগি মানুহ মৰে। বিষৰ পৰিমাণ কম হলেও তাৰ বিষত্ব নাযায়। বিষ বিষেই। বেজিৰ আগত লগাই আনক বা লাঠিৰ আগত লগাইয়ে আনক সি বিষৰ কাম দিবই। কাউৰ, শিয়াল, সগুণৰ মুখত বা ভৰিত লাগি অহা বেয়া বস্তুয়ে যে মানুহৰ স্বাস্থ্য নষ্ট কৰিব আৰু মাখিৰ ভৰিত লাগি অহা বস্তুয়ে যে নকৰিব এনে নহয়। উভয়ে সমানে অনিষ্টকাৰক।

তুমি অনাহাৰে তিনদিন বাট হাটাৰ পিছত জানিবা খাবা বুলি এটি জলপান সাজি লৈছা। এনেতে আন এজন মানুহে

আহি তোমাৰ আগতে এটি সৰু বেজিৰ আগ, যি আগ মাখিৰ ঠেঙতকৈও সৰু, ওচৰত থকা মানুহৰ বিষ্ঠাত লগাই আনি তোমাৰ সেই জলপানত লগাই দিলে তুমি সেই জলপান খাবানে? বিষ্ঠাত লগা বেজিৰ আগটি অত্যন্ত সৰু বুলি তোমাৰ ঘৃণাৰ বা অপবিত্ৰতাৰ ভাব কম হব নে? আমাৰ বিশ্বাস কেতিয়াও নহয়। তুমি জলপান পেলাই দি গা ধুবা। কিন্তু যদি কিছুমান মাখি এবাৰ সেই বিষ্ঠাত এবাৰ সেই জলপানত, এইৰূপে সহস্ৰ বাৰও অহা যোৱা কৰে তেতিয়া তোমাৰ চকু সেই পিনে যাবনে? আমাৰ বিশ্বাস কেতিয়াও তোমাৰ চকু সেই পিনে নাযাব। ইয়াকে বোলে "বেজিৰ জলা মনা কুঠাৰৰ বিন্ধা নমনা।" আমি স্বাস্থ্য বিভাগৰ মেথৰ কৰ্ম্মচাৰী সকলক যিমান ঘৃণা কৰোঁ তাতকৈ সহস্ৰগুণে বেছি ঘৃণা এই মাখিক কৰা উচিত। মেথৰ মানুহ, আৰু হাত ভৰি, গা মুৰ ধোঁৱে, মাখিয়ে নোধোঁৱে। পিৰালিত পেলোৱা পেকাৰৰ ওপৰত পৰি থকা মাখি বোৰে আহি মজিয়াত সাজি দিয়া ভাতৰ ওপৰত চৰণাৰবিন্দ দি গৈয় হলে আমাৰ চকুত নলগা কথাটি বৰ বিষম। কলেৰা, বসন্ত, যক্ষাদি ৰোগৰ বীজ মাখিৰ সহায়ত অতি সহজে এক বস্তুৰ পৰা আন বস্তুলৈ যায়। কলেৰা ৰোগীৰ বিষ্ঠা-বমিত পৰি থকা মাখিয়ে ভৰি, হাত, গা, মুৰ নোধোঁৱা কৰি উৰিগৈ এজনৰ দৈৰ বাতিত পৰিয়ে সাতুৰ মেলিলে। ভোক্তা জনে লাহেকৈ হাতেৰে তাক তুলি পেলাই তাৰ গা ধোৱা দৈয়েৰে জলযোগ কৰি নিজক ধন্য বুলি মানিলে।

শেষ নিশা দেখে যে পেট উখহী ঢোল যেন হৈছে। দেখোঁতে নোদেখোঁতেই ভেদ বমি দুয়ো হ'ল। দেখোঁতে নোদেখোঁতে দাঁত নিকটাই মুধৰ মাৰলি গণিলে। কি হ'ল? দিনক ৰাতি, ৰাতিক দিন কৰি মুৰৰ ঘাম ভৰিত পেলাই, ন্যায় অন্যায় একোকে নিবিচাৰি মহাসুখে ভোগ কৰাৰ আশায় যিখন সংসাৰ পাতিছিল, সি দেখোঁ সপোনত পৰিণত হ'ল। এক মাখি বপুৰাৰ পাদোদকে দেখোঁ সমস্তকে ভহাই নিলে। লোভ সম্বৰণ কৰি সেই দৈ পেলাই দিয়া হলে বোধ কৰোঁ দুই পইচা লোকচান হ'ল হেতেন কিন্তু তাকে ডাঙৰ বুলি ভবাৰ ফলত দেখোঁ যথা-সম্পত্তি পৰি ৰ'ল; পৰৰহৈ গ'ল। আজি খাব ওলালে মাখিয়ে দুই পইচাৰ দৈ, কালি দুই অনাৰ আম, পৰহি চাৰি অনাৰ ভাত ইত্যাদি নষ্ট কৰিলে সদায় পেলাই দিয়া টান। পক্ষান্তৰে জীবনটি এৰি দিয়াও সহজ নহয়। গতিকে উপায়? উপায়—যাতে মাখি পৰিব নোৱাৰে তাৰ নিমিত্তে সাৱধান হোৱা। যোনে সমুদ্ৰ পাৰ হব পাৰে, সি যদি গো খোজত তল যায় তেন্তে বৰ দুখৰ বিষয়। যোনে পৰিশ্ৰম কৰি ধন-ধান, ঘৰ-বাৰি, অতুল ঐশ্বৰ্য্যৰ অধিপতি হব পাৰে; যোনে বাঘ ভালুক, মহিষাদি বন্য জন্তুৰ পৰাও ৰক্ষা পৰিবৰ নানা উপায় উদ্ভাবন কৰিছে, সি যদি এই সামান্য মাখিৰ যুদ্ধত পৰাস্ত হয় তেন্তে ইয়াতকৈ কিবা পৰিতাপৰ বিষয় হব পাৰেনে?

তৰ্কীয়ে তৰ্ক কৰিব যে তেওঁ তেনেকুৱা মাখিয়ে গা খোৱা দৈ কিয়, মাখি পৰ্য্যন্ত খাই জিৰিন কৰিছে; তেওঁৰ এদাল

লোমও লৰা নাই। ময়ো স্বীকাৰ কৰোঁ—হৰে বিষ খাইছিল কিন্তু সকলোৱে হব নহয়। পাণীৰ প্ৰবন্ধত কোৱাৰ দৰে সকলো মানুহৰ শৰীৰৰ তেজ-বল সমান নহয়। কোনেও জিৰিণ কৰিব পাৰে কোনেও নোৱাৰে। আৰু যি মানুহে আজি পাৰিছে কালি হয়তো সিও নোৱাৰিব। ইপিনে সকলো মাখিৰ গাতে যে কলেৰাৰ বা আন বেমাৰৰ বীজ থাকিব তেনে নহয়। কিন্তু য'ত মহৎ অনিষ্ট হবৰ সম্ভৱ ত'ত সাবধান থকাই জ্ঞানীৰ কাম। খোৱা বস্তুত মাখি নপৰাকৈ ৰাখিব পৰা ক্ষমতা আমাতকৈ আমাৰ গৃহলক্ষ্মী সকলৰ বেছি। কাৰণ, ঘৰ খন তেখেত সকলৰহে। তেখেত সকল অকল যে মনোৰাজ্যৰেই ৰাণী এনে নহয়, তেখেত সকল গৃহ ৰাজ্যৰও ৰাণী। গৃহস্থিৰ ওপৰত তেখেত সকলৰ অশেষ ক্ষমতা। গৃহস্বামীয়ে জীৱন-যাত্ৰা নিৰ্ব্বাহৰ নিমিত্তে লাগতিয়াল যাবতীয় বস্তু আনি এই ৰাণী সকলৰ অধিকাৰত পেলাই দিয়ে। এখেত সকলে সদয় হৈ ৰান্ধি বাঢ়ি নেদিলে তেখেত সকলৰ আহাৰ বিহাৰ অচল। জীৱন ধাৰণৰ নিমিত্তে যিবোৰ কাম কৰা হয় তাৰ ভিতৰত খোৱা বস্তু নিৰ্দ্দোষ কৰি প্ৰস্তুত কৰা আৰু নিৰ্দ্দোষ ভাবে ৰখা কাৰ্য্যটিয়ে হৈছে প্ৰধান কাম। ইয়ে হৈছে জীৱন-যন্ত্ৰৰ চাবি। এই চাবিৰ প্ৰতি যাৰ যত্ন নাই, তাৰ পক্ষে অনেক সময়—"ষাঠি ঘোল মাৰি কটা মুৰা চোহা" মেল হয়।

এই গ'ল মাখিৰ কথা। পোক পৰুৱা, সাপ, ভেকুলী, নিগণি, মেকুৰী কি বাদুলীয়ে খোৱা বস্তু খালে যে ৰোগ নহয়

এনে নহয়। সেই বোৰৰ লগতও সাবধানকৈ চলিব লাগে। আমাৰ দেশৰ বেছি ভাগ তিৰোতাই লৰা চোৱালীৰ নিমিত্তে খোৱা বস্তু তুলি থোৱাত উপযুক্ত যত্ন নোলোৱা গতিকে তাত অনেক সময় পৰুৱা উঠে। তেতিয়া পৰুৱা বাচি পেলাবও নোৱাৰে—বস্তুটি পেলাবৰ কলিজাও নাই; গতিকে পৰুৱা খালে সাতুৰিব পাৰিব বুলি ফাঁকি দি লৰা ছোৱালীক পৰুৱা মিহলি হৈ থকা বস্তু খুৱায়। ইয়াতকৈ ডাঙ্গৰ মূৰ্খামি আৰু কি হব পাৰে? বেচাৰীয়ে নাজানে যে তাই ইমান মৰমৰ লৰাক নিজ হাতে বিষ খুৱাইছে। কোন সহৃদয় মানুহে ওপৰত লিখা কথাবোৰ বুজাই দিলে বোধ কৰোঁ কোনো লৰাৰ মাকে কেতিয়াও এইবোৰ নিয়ম পালন নকৰাকৈ নাথাকিল হেতেন।

## সাবধানতা।

১। ঘৰৰ চাৰিও পিনে যিমান দূৰলৈ পাৰা যায় হাবি জঙ্গল কাতি পৰিষ্কাৰ ৰাখিব আৰু তাত খাল নাখান্দিব।

২। ঘৰৰ ওচৰত গোবৰাদি নেপেলাব। শৌচাদিও নকৰিব। মাছ-ধোঁৱা পানী আদি দুৰ্গন্ধ বস্তুও নেপেলাব। ইয়াকে কৰিলে ঘৰত মাখিৰ সংখ্যা কম হব।

৩। ভাত ৰন্ধা চৰু হাড়ি, খোৱা বাচন বৰ্ত্তন সদায় ভাত আঞ্জা লাগি নথকা কৰি ধুই পৰিষ্কাৰকৈ ৰাখিব। ঘৰৰ ভিতৰত থুই, খেকাৰ, সিয়ণ, গাখীৰ মিঠৈ নেপালাব।

৪। মাছ ধোঁৱাত চালুনী ব্যবহাৰ নকৰাই ভাল কাৰণ, তাক

পৰিষ্কাৰ ৰখা টান। কাঁহ পিত্তল বা টিনৰ পাত্ৰত মাছ ধুই উঠি পাত্ৰখন চাই দি মাজি ধুই থব। লগে লগে মাছ বাচা ঠাইখন মাটিদি লেপিব আৰু মাছ কতা বথিখন ভালকৈ ধুই থব।

৫। ৰান্ধি উঠিয়ে ভাত আঞ্জাত তৎক্ষণাত ঢাকন দিব। কৰচ আৰু হাতাও ঢাকনৰ ভিতৰত থব।

৬। যেতিয়া খাওঁতা জন গৈ খোৱা ঠাইত বহিব তেতিয়াহে ৰান্ধনীয়ে ঢাকন দাঙ্গি ভাত-আঞ্জা উলিয়াই নি তেওঁক দিব। আৰু বাকী ভাত-আঞ্জাত আগৰ দৰে ঢাকন দি থব। খাওঁতাজনে খোৱাৰ সময় যাতে মাখি ভাতত পৰিব নোৱাৰে তাৰ নিমিত্তে অতি সাৱধানে লক্ষ্য ৰাখি হাতেৰে মাখি খেদি খেদি খাব। খোৱা হোৱা মাত্ৰে খোৱা বাচনখন ধুই পেলাব। খোৱা বাচন নোধোৱাকৈ বেছি সময় মজিয়াত ৰাখি থলে মাখিয়ে তাত লাগি থকা ভাত আঞ্জা খাব আহে আৰু এই ৰকমে আহোঁতে আহোঁতে ঘৰত মাখিৰ সংখ্যা বাঢ়ি যায়।

৭। গাখীৰ মিঠৈতও তদ্ৰূপে ঢাকন দি থব। ঢাকন নথকা বাচনতকৈ গাখীৰ মিঠৈ বজাৰত বেচিব আনিলে নিকিনিব। মুঠৰ ওপৰ বজাৰৰ দুধ, দৈ, মিঠৈ নাখাই থাকিব পাৰিলেহে ভাল।

৮। পকা মিঠাইৰ দোকানত যদি মিঠাই ঢাকন দি নাৰাখে তেন্তে তাক নাখাব।

৯। আম কঠাল আদি খোৱাৰ সময়ত মাখি খেদি খাব। আৰু তাৰ বাকলি ঘৰৰ ভিতৰত জমা কৰি নথব।

১০। কাটা অবস্থাত নাউ, কুমুৰাদি ৰাখিব লাগিলে ঢাকন দি ৰাখিব।

এনেকৈ বিচাৰ কৰি খাব গলে সংসাৰ চলা টান হব বুলি আনকে ভাবিব পাৰে কিন্তু যেতিয়া সকলেও এই নিয়ম পালন কৰিব তেতিয়া কিছুদিন চলাৰ পিছত সহজ হৈ যাব।

মিঠাইৰ দোকানী, গাখীৰৰ দোকানী এই বিষয়ে অতি সাবধান হোৱা উচিত। কথাতে কয়, "মাতৃহে জানে যাৰ বীৰ্য্য পুত্ৰ।" দোকানীয়েহে জানে দোকানৰ বস্তু কি অবস্থাত আছে। খাওঁতাজনে খোৱা বস্তুৰ দোষ গুণৰ বাবে দায়ী নহয়, খুওঁতাজনহে দায়ী। পাপ-পুণ্যৰ বিচাৰতও দোকানীয়েহে যম ৰজাৰ ওচৰত জবাব দিব লগাত পৰিব। বাইজেও লগ হৈ তেওঁলোকক সত পথে চলাবৰ চেষ্টা কৰিব লাগে। ঢাকন নোহোৱা পাত্ৰত থোৱা বস্তু নাখাওঁ বুলি একমত হলেও দোকানী বিলাক সাবধান হব!

ওপৰত লিখা ঢাকনৰ বন্দোবস্ত কৰাত খৰচ এক দুই টকাৰ বেছি নহয়। এনেকি বাঁহৰ কৰিলে তিনি পইচায়ও হব পাৰে। আৰু প্ৰত্যেক মানুহে ইচ্ছা কৰিলে উপযুক্ত ঢাকন নিজ ঘৰতে তৈয়াৰ কৰি লব পাৰে।

# মহ আৰু উৰহ।

কোন কোন সাপে কামুৰিলে বিষ লাগি তৎক্ষণাত মানুহ মৰে। আন কিছুমান সাপে কামুৰিলে বিষ লাগি তৎক্ষণাত মানুহ নমৰে সঁচা কিন্তু কামোৰা ঠাইত এনেকুৱা ঘা হয় যি কেতিয়াও নুশুকায়। আৰু কেতিয়াবা কেতিয়াবা সেই ঘাৰ-পৰাই সেই মানুহৰ মৃত্যু হয়। কিছুমান সাপ আছে যিহে কামুৰিলে বিষও নালাগে তেনেকুৱা ঘাও নহয়। সিঙ্গি মাছে বিন্ধিলে বিষ লাগে—তাৰ বিষত মানুহ নমৰে সঁচা কিন্তু যথেষ্ট কষ্ট পায়। আৰু দুই এবিধ মাছ আছে, তাৰ বিষতও মানুহে কষ্ট পায়। বৃশ্চিক নামক পোকে কামুৰিলেও বিষ লাগি মানুহে বৰ কষ্ট পায়। ঘূণ বৰলে বিন্ধিলে বিষত মানুহ নমৰে সঁচা কিন্তু কষ্ট দিয়াত সিয়ো কম নহয়। এই প্ৰকাৰ আৰু অনেক পোক পৰুৱা আছে যাৰ বিষত মানুহ নমৰে অথচ মৃত্যু-তুল্য কষ্ট পায়। এইবোৰে কামুৰিলে বা বিন্ধিলে বিষ লাগে ইয়াৰ কাৰণ কি? সাপৰ বিষ নিখুত হাতেৰে লাবিলে কি বৰলৰ হুল নিখুত গাত ঘঁহি দিলেও বিষ নালাগে; অথচ অলপ বিন্ধি বা ঘা কৰি তাত লগাই দিলেই বিষ লাগে। ইয়াৰ কাৰণ এই—মানুহৰ শৰীৰৰ তেজৰ লগত সেই বিষ লগ হলেই সি তেজৰ সোঁতৰ লগত বৈ গৈ শৰীৰৰ ভিতৰত বিস্তৃত হৈ পৰে। ৰতি পৰিমানও চেনি মুখত দিলে বুজা যায় যে চেনি মুখত দিয়া হৈছে। কিন্তু ৰতি পৰিমাণ চেনি এবাতি

পানীত পেলাই দি সেই পানী খাই চালে তাত চেনি মিহলি দিয়া বুলি বুজিবই নোৱাৰি। কিন্তু এবাতি পানীত এক ৰতি চেনিৰ পৰিবৰ্ত্তে যদি এক ৰতি চেকেৰিন (saccharine) দিয়া যায় তেন্তে সেই পানী ইমান মিঠা হব যে তাক মানুহে খাবই নোৱাৰিব। কাৰণ, চেকেৰিন চেনিতকৈ চাৰি হাজাৰ গুণে মিঠা। তেনেকৈ বিষধৰ সকলৰ ভিতৰত সকলো বোৰৰে বিষ সমান নহয়। কাৰো কম, কাৰো বেছি। সাপৰ বিষৰ চোক বৰলৰ বিষতকৈ বহু বেছি সেই নিমিত্তে সাপৰ অলপমান বিষে মানুহৰ গোটেইটো গা বিষময় কৰিব পাৰে। বৰলৰ বিষ সিমান চোকা নহয়, গতিকে তাৰ বিষে গোটেইটো গা বিষময় কৰিব নোৱাৰে, কেবল বিন্ধা সময় বিন্ধা ঠাইৰ পৰা বিষখিনি গাৰ তেজৰ লগত মিহলি হৈ যাওঁতে যিমান সময় লাগে সিমান সময় হে বিন্ধা ঠাইত বিষ পোৱা যায়। বৰলৰ বিষ জানিবা চেনি, সাপৰ বিষ জানিবা চেকেৰিন আৰু মানুহৰ গাৰ তেজ জানিবা এবাতি পানী।

যদিও এৰতি চেনি এবাতি পানীত পেলাই দিয়াত পানী বাতি মিঠা নহয় সঁচা কিন্তু তাত চেনি মিহলি নথকা বুলি কব নোৱাৰা। এই পানী বাতি খালে আমাৰ উপকাৰ বা অপকাৰ হোৱা বুলি বুজিব নোৱাৰিম সঁচা কিন্তু এই পানী যদি এজন বহু মূত্ৰ ৰোগীক খুওৱা যায় তেন্তে এইয়ে হয়তো তাৰ মৃত্যুৰ কাৰণ হব। কাৰণ বহু-মূত্ৰ ৰোগীৰ পক্ষে চেনি ভয়ানক অপথ্য। তেনেকৈ 'কম বিষাল সাপে কামুৰিলে বা বৰলে

বিন্ধিলে বিষ লাগি তৎক্ষণাত নমৰে সঁচা কিন্তু সেই বিষে কোন দুৰ্ব্বল বা বিশেষ প্ৰকাৰৰ ৰোগযুক্ত মানুহক যে মৃত্যু মুখত নিব নোৱাৰে কেনেকৈ কবা ? আমি দেখা নাপাওঁ বা ফট্‌ফটীয়াকৈ বুজিব নোৱাৰো বুলিয়ে যে সেই বিষে শৰীৰৰ ভিতৰত কোনপ্ৰকাৰৰ অনিষ্ট নকৰা কৰি এনে যাব, এনে নহয়। আমি যি খাওঁ বা অন্য যি কোন প্ৰকাৰে কোন বস্তু আমাৰ শৰীৰৰ ভিতৰলৈ যায়, সি হয় আমাৰ উপকাৰ নহয় অপকাৰ কৰিবই ; কেতিয়াও এনে নাযায়। সেই নিমিত্তে আমি খোৱা লোৱাত যেনেকৈ সাবধান হওঁ, এইবোৰ পোক পৰুৱাৰ পৰাও তেনেকৈ সাবধান হব লাগে। কুইনান খাই জ্বৰ এৰা নেদেখিলে কুইনানৰ আৰক গায়ে দি সোমাই দি জ্বৰ এৰুওৱা আমি দেখিছোঁ। ইয়াক আমাৰ মানুহে বেজি দিয়া বোলে। খোৱাত কৰি গায়ে দি সোমাই দিয়া কুইনানে বেছি গুণ দিয়ে। কাৰণ, তেতিয়া হলে সি সহজে তেজৰ লগ হব পাৰে। তেনেকৈ অনেক সময় অলপ বিষ মুখেৰে পেটলৈ গলে যিমান অপকাৰ হবৰ সম্ভৱ, কোনমতে গায়ে দি সোমাই তেজৰ লগ হলে তাতকৈ বেছি অনিষ্ট হবৰ সম্ভৱ।

সাপে কামুৰিলে মানুহ মৰা কথা আমি জানোঁ আৰু সেই নিমিত্তে আমি তাৰপৰা দূৰৈত থাকোঁ। উৰহ, মহে খালে তৎক্ষণাত মানুহ মৰা আমি দেখা নাই ; সেই নিমিত্তে সিহঁতক আমি ভয় নকৰোঁ। সিহঁতে আমি গম নোপোৱা কৰি আমাৰ শৰীৰৰ তেজ খোৱা হলে সিহঁতৰ লগত আমাৰ বোধ কৰোঁ

কোন ৰকমৰ বিৰোধ নাথাকিল হেতেন। সিহঁতে আমাৰ শৰীৰৰ তেজ খায় আৰু লগেলগে শৰীৰৰ বাকী তেজ বিষাক্ত কৰে এই কাৰণে আমি মহৰি টনো বা উৰহ মাৰোঁ। এনে নহয়; সিহঁতে তেজ খোৱাৰ লগে লগে বিদ্ধি আমাৰ টোপনি ভাঙ্গে। ভাল টোপনি নহলে শৰীৰ বেয়া লাগে, সেই নিমিত্তেহে আমি মহৰি টনো আৰু উৰহ খেদি বিছানা-পত্ৰ পৰিষ্কাৰ কৰোঁ। আমি বৰ ওপৰ খাপৰ দাতাকৰ্ণ। যি ৰক্তৰ নিমিত্তে আমি দিনে ৰাতিয়ে পৰিশ্ৰম কৰিব লাগিছোঁ—যাৰ নিমিত্তে অজস্ৰ টকা খৰচ কৰিছোঁ, সেই ৰক্ত আমি অতি অকাতৰে উৰহ-মহক দান কৰিব পাৰোঁ। কেবল দিগ্‌দাৰ নেদিয়াকৈ দান গ্ৰহণ কৰিলেই হয়। মহ, উৰহে সেই খিনি বুদ্ধি নাজানে দেখিহে সিহঁতৰ সগত আমাৰ বিৰোধ? অকল টোপনি ভাঙ্গে বা ৰক্ত শোষণ কৰে বুলিয়ে যে জ্ঞানী সকলে আঠুৰা টনে বা বিছনা-পত্ৰ বঁদত দি উৰহ খেদে এনে নহয়। তেওঁলোকৰ আৰু এটি বৃহৎ কাৰণ আছে। তেওঁলোকে কয় যে ওপৰত কোৱাৰ দৰে সাপ, বৰলাদিৰ বিষে যেনেকৈ মানুহৰ অন্যায় কৰে তেনেকৈ উৰহ-মহৰ বিষেও অন্যায় কৰে। সাপৰ বিষত মানুহ মৰে, বৰলৰ বিষত কষ্ট পায়, ই জনা-শুনা কথা। কিন্তু উৰহ মহৰ বিষ আছে নে নাই আৰু থাকিলে তাৰ বিষত কি হয় তাক আমাৰ জনা নাই। ইহঁতৰ কামোৰত আমাৰ টোপনি ভাঙ্গে। ইয়াৰ পৰা বুজা যায় যে ইহঁতৰ কামোৰত আমি দুখ পাওঁ। ইহঁতৰ কামোৰত আমাৰ গাত দবৰা দি ফুলি উঠাও

দেখা যায়। বিষ নাথাকিলে এই ৰকম ফুলি উঠিবৰো কোন কাৰণ নাই। যদিও ইইঁতৰ কাম্বোৰত হাতে হাতে কোন বিশেষ ৰকমৰ কষ্ট পোৱা নাযায় সঁচা কিন্তু ই যেতিয়া লাহে লাহে গোটেইটো গাৰ ৰক্ত দূষিত কৰে তেতিয়া সি কিবা এটি অনিষ্ট কৰিবই কৰিব। কৰ্কটে দংশন কৰাত নল ৰজাৰ ৰূপ-লাৱণ্য লোপ হোৱা কথাৰ পৰাও এই কথাই ভালকৈ বুজা যায়। বৰ্ত্তমানে জ্ঞানী সকলৰ পৰীক্ষাত এই উৰহ আৰু মহৰ বিষৰপৰা ম্যালেৰিয়া জ্বৰ, কালাজ্বৰ হয় বুলি ধাৰ্য্য হৈছে। ইইঁতৰ পৰা শৰীৰ ৰক্ষাৰ যত্ন নকৰাই বোলে ইমান ম্যালেৰিয়া ৰোগী আৰু কালাজ্বৰ ৰোগীৰ সংখ্যা দেশত বৃদ্ধি হৈছে। ইইঁতে মানুহৰ গাত ৰোগৰ বীজৰ বেজি দিয়ে।

বৈজ্ঞানিকৰ কথা বিশ্বাস নকৰিলেও আমি এই কথা সহজে বুজিব পাৰোঁ যে বেছি সংখ্যক মহে কি উৰহে একে ঠাইতে কামুৰিলে তাত চৰ্ম্ম-ৰোগ হয়। যি বস্তুই অলপ বেয়া কৰে সি যে অজ্ঞাতসাৰে বেছি বেয়া নকৰিব তাৰ নিশ্চয়তা কি? ভৰালৰ ধান কোনবাই এমুঠি নিলে আমাৰ গাত নালাগে। আৰু এজনে এমুঠি নিলেও ভৰাল উদং নহয়, গতিকে তাকো সহ্য কৰিব পাৰোঁ। কিন্তু যেতিয়া এমুঠি এমুঠিকৈ হাজাৰ হাজাৰ মুঠি নিব আৰম্ভ কৰে তেতিয়া ভৰাল লাহে লাহে উদং হব ধৰে আৰু আমিও সহ্য কৰিব নোৱাৰি ৰাম টাঙ্গোন হাতত লৈ বাধা দিওঁ—নুগুনিস্সে ধনে প্ৰাণে টানা টানি লগাওঁ। ইয়াৰ কাৰণ কি? না ভৰাল উদং হলে আমি দুখত পৰিব পাৰোঁ।

এই আশঙ্কা মনত উপস্থিত হয়—কথাটিও সত্য। বিচ্ছা থকা কলহত তুমি হাজাৰো পানী ঢালা সি কেতিয়াও ভৰ্ত্তি হৈ নাথাকে। আমি যত খাওঁ লওঁ—শৰীৰৰ তেজ বঢ়োৱাই হৈছে তাৰ উদ্দেশ্য। ঝাকে ঝাকে মহে, উৰহে ওৰে ৰাতি আগুৰি ধৰি তেজ পিলে আমাৰ শৰীৰত তেজ কৰ পৰা হব? ভাত মাছ, দুধ দৈ, ঘি মাখন খালে কি হব—যদি তেজ খাৰধৰা বিচ্ছা বন্ধ কৰা নহয়? এই বস্তুবোৰ কিনি খোৱাত যিমান খৰচ কৰা হয় তাৰ শ ভাগৰ এভাগ খৰচও এখন মহৰি কৰাত নালাগে। বিছনাখন পৰিষ্কাৰ কৰাত পইচা প্ৰায় নালাগে, সামান্য যত্ন কৰিলেই সুন্দৰ মতে পৰিষ্কাৰ ৰাখিব পাৰি, তথাপি আমাৰ দেশৰ মানুহে এই কথালৈ ভ্ৰূক্ষেপে নকৰে। চোৰে ঘৰ চুৰি কৰিলে কেবল বস্তু নিয়ে কিন্তু গলত ছুৰি নিদিয়ে। ডকাইতে ঘৰত সোমালে প্ৰথমে গলত ছুৰি দিয়ে, তাৰ পিছতহে ধন-সম্পত্তি নিয়ে। মহ আৰু উৰহেও প্ৰথমে গাত কামুৰি বিষ দি শৰীৰৰ ৰক্ত বিষাক্ত কৰি মাৰাৰ বুদ্ধি কৰে আৰু পিছত লাহে লাহে ৰক্ত শোষণ কৰে। ইহঁতো ডকাইত, ইহঁতৰ হাতৰপৰা শৰীৰ ৰক্ষা কৰাৰ নিমিত্তে সৰ্ব্বোতোভাবে চেষ্টা কৰা উচিত। আমাৰ দেশৰ মানুহে খোৱা লোৱাতকৈ বাবু বাবুগিৰিত বেছিকৈ খৰচ কৰিব আৰম্ভ কৰিছে। চাৰাৰাতি মহ উৰহৰ কামোৰত তত নাইকিয়াকৈ বাগৰি থাকিব কিন্তু ৰাতি পুৱালেই সুন্দৰ ধুতি চাদৰ পিন্ধি বাবুটি হৈ ফুৰিব ওলাব। ৰাতি বিছনাত টনিবৰ মহৰি নাই—মহে উৰহে খাই পিঠি গৰৰ ছাল যেন কৰিছে

তাৰ হলে খবৰেই নাই—মূৰত হলে গন্ধ তেল আছেই। এই দেশৰ পতন নহৈ হব কাৰ? অন্য দেশৰ মানুহে প্ৰথমে শৰীৰ ৰক্ষাৰ চেষ্টা কৰে। শৰীৰ ৰক্ষা কৰি উঠিব পাৰিলে ইচ্ছা হলে বাবুগিৰি কৰে; নহলে বাবুগিৰি নকৰেই। আমাৰ দেশৰ মানুহে শৰীৰৰ পিনে তিমান লক্ষ্য নাৰাখে। "বাহিৰত চুৰীয়াৰ ফেৰ ভিতৰত ঢকুৱাৰ বেৰ" এই পতন্তৰ কথাই কথাই মাতিব কিন্তু তাৰ অৰ্থৰ পিনে এবাৰৰ নিমিত্তেও নাচায়।

---

# পানী।

## ( ১ )

মানুহক প্ৰাণধাৰণ কৰিবলৈ যি বোৰ বস্তু লাগে তাৰ ভিতৰত বায়ু প্ৰথম, পানী দ্বিতীয়, আহাৰ তৃতীয়, বস্ত্ৰ চতুৰ্থ আৰু ঘৰ পঞ্চম। পানী দ্বিতীয় হলেও প্ৰাণীয়ে প্ৰাণ ধাৰণ কৰিবৰ নিমিত্তে যে ই অতি আবশ্যকীয় বস্তু এই কথাৰ বোধ কৰোঁ কোনেও প্ৰতিবাদ নকৰিব। পিয়াহত পানী খাওঁ, পানীৰে কাপোৰ কানি ধোওঁ, ঘৰ চোতাল পানীৰে লিপোঁ, পানীৰে খোৱা বস্তু সিজাই ভিজাই খাওঁ। যিবোৰ কাম পানীৰে কৰা যায়, সেইবোৰ কাম পানীত বাজে আন একোৰে কৰিব নোৱাৰি। পিয়াহ লাগিলে পানীৰ অভাবত কল-গছ বা কচু গছ চেপি পোৱা পানীও খাব পাৰি কিন্তু তাত পিয়াহ নপলায় বৰং আন এটি বিকাৰ হে উপস্থিত হব। পানীৰ অভাবত জুলীয়া মিঠৈৰেও কাপোৰ তিয়াব পাৰি, কিন্তু তাত কাপোৰ পৰিষ্কাৰ নহৈ বৰং বেছিকৈ মলিন হে হব; আৰু কাপোৰ ব্যবহাৰৰ অযোগ্য হব। ইয়াৰ পৰা ইয়াকেহে বুজা যায় যে, কল-গছ চেপা পানী, কচু-গছ চেপা পানী কি মিঠৈ পানীৰ নিচিনা তৰল হলেও সি পানীৰ কাম নিদিয়ে। ইপিনে বিচাৰ কৰিলে দেখা যায় যে পানী নোহোৱাকৈ কোনো তৰল কি জুলীয়া বস্তুয়ে হব নোৱাৰে। তেনেহলে কল-পানী, কচু-পানী কি মিঠৈত প্ৰভেদ কি? পানীৰ লগত কল গছত থকা কিছুমান বস্তু লগহৈ

আছে গতিকে তাক পানী নকৈ কল-পানী বোলে; আৰু তাৰ গুণো পানীত কৈ পৃথক। তেনেকৈ পানীৰ লগত কচু গছত থকা কিছু বস্তু লগ থকাত তাক পানী নকৈ কচু-পানী বোলে আৰু তাৰ গুণো পানীত কৈ পৃথক। আমি বাৰিষা প্ৰায়ে দেখোঁ বাৰিৰ খাল বোৰত কচু গজে আৰু তাত পানী বন্ধ থায়। কচু বুঢ়া হৈয়ে হক বা আন কিবা কাৰণেই হক মৰি সেই পানীত পচিলেও পানী আগৰ নিচিনা ফট্‌ফটীয়া দেখা যায়। এনে কি সেই খালৰ পাৰত থিয়হৈ চালে পানীৰ তলত থকা স্মাটাইবোৰ বস্তুকে ভালকৈ দেখা যায়। সেই পানীকো অনেক অজ্ঞ মানুহে পৰিষ্কাৰ অৰ্থাৎ আচল পানী বুলি ভাবি তাৰে গা ধোঁৱে আৰু ধুই উঠি বুজিব পাৰে যে সেই পানীৰ কি গুণ। কচু গাত ঘঁহিলে বা খালে মানুহৰ যি দশা হয় সেই পানীৰে গা ধুলে বা খালেও মানুহৰ সেই দশাই হয়। অবশ্যে গাত ঘঁহিলে, কচু-পানী গাত ঘঁহা বুলি যিমান সোনকালে বুজিব পাৰি, খাই হয়তো সিমান সোনকালে বুজিব নোৱাৰিবও পাৰে। কিন্তু পচা কচু খালে আমাৰ শৰীৰৰ যি লাভ বা লোকচান হয় সেই খালৰ পানী খালেও তেনেকুৱা বা তাতকৈ অলপ কম বেছি লাভ বা লোকচান হব। গাখীৰ খাই উঠিয়ে যেনেকৈ আমি তাৰ গুণাগুণ বুজিব নোৱাৰোঁ। অথচ ক্ৰমান্বয়ে কিছুদিন খালেহে বুজিব পাৰোঁ, সেইৰূপে সেই পানী খালে হয়তো তাৰ গুণাগুণ তেতিয়াই বুজিব নোৱাৰিবা সচা কিন্তু ক্ৰমান্বয়ে কিছু দিন খালে তাৰ গুণাগুণো ভালকৈ বুজিব পাৰিবা। কোন

এটি বস্তু খালে তাৰ গুণাগুণ আমি বুজিব নোৱাৰিলেই যে তাৰ গুণ নধৰি থাকিব এনে নহয়, সি তাৰ কাম কৰিবই কৰিব। জনাই সোনকালে বুজে, নজনাই বুজাত পলম কৰে, এনেকি অনেকে পলমেও নুবুজে। এই খালৰ পানী দেখাত ফট্‌ফটীয়া, তাত কোনো বস্তু মিহলি থকা বুলি চকুৰে ধৰিবও নোৱাৰি অথচ সেই পানী গাত ঘঁহিলে কচু-পানীয়ে গাত ধৰাৰ দৰে ধৰে। বুজা গল যে কচু গছৰ কিছুমান চকুৰে মনিব নোৱাৰা বৰ মিহি বস্তু এই পানীৰ লগত মিহলি হৈ আছে। এই কথাটিও ভালকৈ বুজিব পৰা গল যে আমাৰ চকুৰে মনিব নোৱাৰা বহু বস্তু পানীত মিহলি হৈ থাকিব পাৰে আৰু সি ইমান সৰু হলেও আমাৰ শৰীৰৰ অনিষ্ট কৰিব পাৰে।

পানীত ঘাঁহ, বন, বালি, মাটি আৰু নানা ৰকমৰ প্ৰস্তৰাদি মিহলি থাকে। মাছ, ঘৰিয়াল, শিহু, সাপ, কেঁকোৰা আৰু কাছ আদি নানা ৰকমৰ সৰু ডাঙৰ খাদ্য অখাদ্য জন্তুও তাত আছে। চকুৰে মনিব পৰা আৰু নোৱাৰা অনেক ৰকমৰ পোক পৰুৱা যে তাত কিমান আছে তাৰ হিচাব দিয়াই অসম্ভব। এই জল-জন্তুবোৰৰ ভিতৰত কিছুমান মানুহৰ খাদ্য, কিছুমান অখাদ্য। খাদ্য অখাদ্য আন কোনেও কৰা নাই। যি বস্তু খালে উপকাৰ হব বুলি যোনে ভাবিছে তেঁও তাক খাদ্য কৰিছে, আৰু যোনে অপকাৰ হব বুলি ভাবিছে তেওঁ তাক অখাদ্য কৰিছে। বুজাৰ তাৰতম্যৰ ফলত এই জল-জন্তুবোৰ মানুহৰ খাদ্য অখাদ্য শ্ৰেণীত বিভক্ত হৈছে। ইয়াৰ ভিতৰত কিছুমান

সকলো মানুহৰ খাদ্য আৰু কিছুমান সকলো মানুহৰ অখাদ্য। অখাদ্য শব্দৰ অৰ্থ অপকাৰী বুলি ধৰিলেই বোধ কৰোঁ অৰ্থ বৰ পৰিষ্কাৰ হয়। এইটো খাদ্য, এইটো অখাদ্য জানি শুনি মানুহে খায় বা নাখায়। তাৰ ফল ভাল হলেও তেওঁলোকৰ জ্ঞানকৃত, আৰু বেয়া হলেও জ্ঞানকৃত। আৰু সেই নিমিত্তেই ইচ্ছামতে ব্যবহাৰ কৰিব পাৰে সেই বিষয়ে বক্তৃতা দিয়া অনাবশ্যক। কথা হৈছে—আমি চকুৰে মনিব নোৱাৰা পানীত থকা পোক, পৰুৱা, ঘাহ আৰু মাটিৰ কণাবোৰে আমাৰ উপকাৰ কৰে নে অপকাৰ কৰে? সকলো দেশৰ বৈজ্ঞানিক সকলে কয় যে, পানীত থকা চকুৰে মণিব নোৱাৰা কোনো কোনো পোক পৰুৱা, আৰু ঘাঁহৰ কণাৰ পৰা মানুহৰ স্বাস্থ্যৰ নানা ৰকমে ব্যাঘাত হয়। এনেকি অনেক সময় সেই বোৰৰ পৰা সাংঘাতিক বেমাৰ হোৱাত অকালতে মৃত্যু মুখতো পৰে। সুখে খাই লৈ জী থাকিবৰ নিমিত্তে দিনে ৰাতি অবিশ্ৰান্ত পৰিশ্ৰমৰ দ্বাৰা অন্ন-বস্ত্ৰ উপাৰ্জ্জন কৰিও, বাঘ ভালুক আদি হিংস্ৰ জন্তুৰ হাতৰ পৰা সাৰিবৰ নিমিত্তে বহু অস্ত্ৰ শস্ত্ৰৰ যোগাৰ ৰাখিও, সামান্য চকুৰে মনিব নোৱাৰা এটি পানীৰ পোকৰ হাতত অকালত প্ৰাণ হেৰুওৱা দৃষ্টান্তৰ অভাব আমাৰ দেশত নাই। বৈজ্ঞানিক সকলে আৰু কয়—“এক প্ৰকাৰৰ পোক আছে যাক চকুৰে মনিব নোৱাৰি কিন্তু অনুবীক্ষণ যন্ত্ৰেৰে চালে মনিব পাৰি। সেই পোক নানা ৰকম মলিৰ পৰা জন্মে আৰু পানী আৰু পানীয় বস্তুৰ লগত মিহলি হৈ সহজে মানুহৰ পেটৰ

ভিতৰলৈ যায়। তাতেই মানুহৰ কলেৰা নামক বেমাৰ হয়।” বোধ কৰোঁ, এই কলেৰা অবলম্বন কৰি আলোচনা কৰিলেই বেয়া পানীৰ পৰা কেনেকৈ মানুহৰ নানা ৰকম ৰোগ হব পাৰে সহজে বুজা যাব।

পানীৰ লগত পেটৰ ভিতৰলৈ যোৱা চকুৰে মনিব নোৱাৰা পোকৰ পৰা কলেৰা হোৱা বিষয়ে অজ্ঞ মানুহে বহু ৰকম তর্ক কৰা দেখা যায়। আৰু সেই ৰকম মানুহৰ সংখ্যাই বৰ বেছি। সেই তর্ক বোৰৰ কোনো মূল্য নথাকিলেও তাক খণ্ডন নকৰিলে বেয়া পানীৰ অপকাৰিতা বুজোৱাৰ কোনো লাভ নাই। গতিকে তেওঁলোকৰ তর্ক লই এবাৰ দেখা যাওক। তেওঁলোকৰ ভিতৰত কোনেও তর্ক কৰে যে, একেই নদীৰ, একে নাদৰ বা একে পুখুৰীৰ পানী গাওঁৰ সকলো মানুহে খায়, তাৰ ভিতৰত কিছুমানৰ কলেৰা হয় কিছুমানৰ নহয়। গতিকে পানীৰ পৰা কলেৰা হোৱা কথা বিশ্বাস যোগ্য নহয়। কাৰণ, সেয়ে হলে সেই নাদ, নদী বা পুখুৰীৰ পানী খোৱা আটাই বিলাক মানুহৰে কলেৰা হ'ল হেতেন। আমি তাৰ উত্তৰত কওঁ যে, নদীত মাছ জন্মে আৰু থাকে, সেই বুলি নদীৰ আটাইবোৰ পানীতে মাছ নাথাকে, থকা হলে প্রত্যেক কলহ কি প্রত্যেক বাত পানীতে মাছ পোৱা গ'ল হেতেন। পুখুৰীৰ আৰু নাদৰ পানীত ভেকুলীয়ে ডিমা পাৰে আৰু তাৰ পোৱালীও হয়। সেই বুলিয়ে পুখুৰী বা নাদৰ পানী যিমানবোৰ কলহত নিয়া হয় তাৰ আটাই বোৰতে ভেকুলীৰ ডিমা বা বেঙ্গ পোৱালী

পোৱা নাযায়। কোতিয়াবা কোনবা এটি কলহত হে পানীৰ লগত মাছ, ভেকুলীৰ কণী বা বেঙ্গ পোৱালী পোৱা যায়। প্রত্যেক কলহৰ আটাই খিনি পানীকে মানুহে খোৱা কাৰ্য্যত ব্যবহাৰ নকৰে। বেছি ভাগ পানীকেই অন্য কাৰ্য্যত ব্যবহাৰ কৰে, কেবল সামান্য পৰিমাণ পানীহে খায়। কাজে কাজেই অনেক কলহ পানীৰ ভিতৰত কেতিয়াবা কোনবা একলহত মাছ, ভেকুলীৰ ডিমা কি বেঙ্গ পোৱালী গলেও সি কেতিয়াবা ধোৱা মিলাত ব্যবহাৰ কৰা পানীৰ লগতে যায়, কেতিয়াবাহে খোৱা পানীৰ লগত কোনবা এজন মানুহৰ ভাগত পৰে। তদ্রূপে কলেৰাৰ বীজও সকলো পানীতে নাথাকে, কেতিয়াবা কোনোবা কলহ পানীত হে পোৱা যায়। আৰু কোনবা জনৰ ভাগৰ পানীত হে সেই পোক পৰে। আৰু সেই নিমিত্তেই একে ঠাইৰ পানী খোৱা সকলেৰে কলেৰা নহৈ এজনৰ হোৱা দেখা যায়। আৰু কোনবা জনে তর্ক কৰে যে যি পোক চকুৰে মনিব নোৱাৰি সি নো পেটত গৈ কি কৰিব? কত ডাঙ্গৰ ডাঙ্গৰ বস্তু পেটত জীর্ণ হৈ যায়, এই সামান্য পোক জীর্ণ নহব কিয়? ইয়াৰ উত্তৰত আমি কওঁ যে, সামান্য বিছা এটি, যাক মাৰোঁতে অলপো জোৰ নালাগে, সেই বিছাৰ এদাল লোম গাত পৰিলেও সুন্দৰ হৃষ্ট পুষ্ট সুস্থকায় মানুহৰো জ্বৰে বিহে জাতি উঠে। মানুহৰ খাদ্য সিঙ্গি মাছে বিন্ধিলেও বিষ লাগে। মানুহৰ পেটত চুলিৰ নিচিনা সৰু কৃমি হয় আৰু তাতে বাস কৰি থাকি মানুহৰ অনিষ্ট কৰে, অথচ পেটৰ অগ্নিত জীর্ণ হৈ নাযায়।

সামান্য এটি ঝালা পোকা চক্ষুত পৰিলে গোটাইটি চকুৱে ফৰ ফৰাই যায়। এনে অবস্থাত সামান্য এটি পানীৰ পোকাই পেটৰ ভিতৰত গৈ ৰোগ জন্মোৱা বুলি কলে আচাৰিত হবৰ কাৰণ কি? আমাৰ গাৰ বাহিৰত যদি দাকিব পৰা বস্তু আছে তেন্তে ভিতৰত দাকিব পৰা বস্তু থকা বুলি কলে অবিশ্বাস কৰাৰ কাৰণ কি? ওপৰত কোৱা মতে কচু খালে যদি গলত ধৰি ফিকাই দিব পাৰে, পানীৰ পোকে পেটত গৈ কলেৰা কৰা বুলিলে নমানিবৰ কাৰণ কি? আৰু এটি বিষয়ে অলপ গমি চোৱা উচিত। এজনে যি কচুৰ আঞ্জা খাই ভালে থাকে, আন এজনে তাকে খাই গল ফুলি কান্দি মৰে। এজনে তোলায় তোলায় আফিং খাইও ভ্ৰূক্ষেপেই নকৰে, আন এজনে এক ৰতি খাইয়ে চকু মোলিব নোৱাৰা হয়। এজনে শুকান চাউল খাইও জিৰিণ কৰে, আন জনে সুসিদ্ধ ভাত খাইও পেটৰ অসুখত তত নাপায়। এজনে জাৰত উদঙে কাম কৰে, আন জনে লেপ, কাঁথা কম্বল লৈও কঁপি মৰে। সকলো মানুহৰ তেজৰ বল সমান নহয়। কলেৰাৰ বীজ এজনৰ পেটত মৰি গ'ল বুলিয়ে যে আটাই বিলাকৰ পেটত মৰিব এনে আশা কৰা ভুল। একে নাদৰ পানী খাই এজনৰ কলেৰা হৈ আন জনৰ নহলে বুজিব লাগিব যে, যাৰ কলেৰা হল তাৰ খোৱা পানী খিনিতহে কলেৰাৰ বীজ আছিল। আন জনৰ পানীত নাছিল অথবা থাকিলেও আন জনৰ তেজৰ বলক বীজে পৰাস্ত কৰিব নোৱাৰি মৰি গল। মাখিয়ে যেনেকৈ ঘাত ডিমা দি অলপ

সময়ৰ ভিতৰতে তাৰ বংশ পৰিয়ালৰ সংখ্যা বঢ়াই পেলায়, এই পোক বোৰেও মানুহৰ পেটত গৈ তদ্রূপে বহু বংশ পৰিয়ালৰ সৃষ্টি কৰে। তেজ-বলৰ তাৰ তম্য অনুসাৰে কাৰো পেটত সৃষ্টি কৰিব নোৱাৰে, কাৰো পেটত পাৰে। পাৰিলেই পেটৰ ভিতৰখন দাকে, তাতে নাৰিৰ ভিতৰৰ ঝিল্লিবোৰ ফিকে আৰু তাত ঘা হয়। এই ফিকা ঝিল্লিয়েদি শৰীৰৰ তেজ পানী হৈ শৌচ বমি স্বৰূপে বাহিৰ হব ধৰে। ইয়াকে ডাক্তাৰ সকলে কলেৰা নাম দিছে।

অইন এক শ্রেণীৰ মানুহ আছে, যোগে যিটি বিষয় নাজানে বা নুবুজে বা যিটি বিষয় জানিলে বহুত বিৰক্তিজনক সাবধানতা লব লগাত পৰে তাক মোটৰ ওপৰ নমনাহৈ অদৃষ্টৰ ওপৰত হাতদি ভাগৰ চাৰে। তেওঁলোকৰ এই বিশ্বাসটি অন্তৰৰ পৰা হলে কথা নাছিল, কিন্তু তেওঁলোকৰ অন্যান্য কাজ দেখিলে তেওঁলোকক অদৃষ্টবাদী বুলি বিশ্বাস কৰিবৰ হেতু দেখা নাযায়। কোনো কোনো মানুহে কয় যে আয়ু থাকিলে মৰণ নাই। আয়ু নহলে হাজাৰ চেষ্টা কৰিলেও মৰিব। এই কথাটিৰ সত্যতা সম্বন্ধে মতামত নিদিওঁ কিন্তু যোনে এই কথা কয় তেওঁ জানো তেওঁৰ নিজৰ বা আত্মীয়-স্বজনৰ ৰোগ হলে চিকিৎসা নকৰাকৈ থাকে? আৰু এক শ্রেণীৰ মানুহ আছে যোনে কাকো জনা মানুহ বুলি বিশ্বাস কৰিব নোৱাৰে। তেওঁৰ মতে যি জানে তেওঁৱেই জানে আৰু দ্বিতীয় জন নাই।

তেওঁলোকক কুহুমসৰ হোৱা ৰোগীৰ সঙ্গত তুলনা কৰিলে বোধ কৰোঁ বেছিকৈ কোৱা নহব!

ডাঙ্গৰ ডাঙ্গৰ চহৰ বোৰত যি সকল মানুহে কলৰ পানী ব্যৱহাৰ কৰে তেওঁলোকৰ ভিতৰত প্ৰায়ে এই বেমাৰ হোৱা দেখা নযায়। যদি কেতিয়াবা দেখাও যায়, তেতিয়া ভাল কাৰ অনুসন্ধান কৰিলে দেখা যায় যে, পানী তাৰ কাৰণ নহৈ, দুধ, দৈ কি মাখিহে তাৰ কাৰণ হৈছে। মাখিৰ বিষয় আলোচনা কৰোঁতে এই বিষয় বিস্তাৰিতৰূপে কোৱা হৈছে। প্ৰত্যেক মানুহে সুখেৰে ল'ৰা তিৰোতা, নাতি পুতিলৈ জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰাৰ নিমিত্তে ঘোৰতৰ পৰিশ্ৰম কৰে কিন্তু এই পানীৰ বিষয় যৎসামান্য সাৱধানতা নোলোৱাৰ নিমিত্তে সমস্ত পৰিশ্ৰম, আশা-ভৰসা মাটি হৈ যায়। ইয়াকেই সমুদ্ৰ পাৰ হৈ গো-খোজত ডুবি মৰা বোলে।

সেই নিমিত্তই কওঁ,—ভাই হঁতে ধনধান, অন্ন বস্ত্ৰ যোগাৰ কৰাত যিমান পৰিশ্ৰম কৰে তাৰ লক্ষ ভাগৰ এভাগ যত্ন যেন এই বিষয়ত কৰি সুখৰ সংসাৰ শোকৰ সাগৰ হব নিদিয়ে। ভাই সকলতকৈ ভনী সকলৰ ওচৰতহে এই বিষয়ে আমাৰ বিশেষ অনুৰোধ। এই বিষয়ে তেখেত সকলে যিমান যত্ন লব পাৰে আন কোনেও তিমান লব নোৱাৰে। পানীৰ বিষয় সাৱধান হলে অকল যে কলেৰাৰ পৰা হে ৰক্ষা পাব পাৰি এনে নহয়; ইয়াৰ পৰা অইন অইন বহু বেমাৰৰ হাত সাৰিব পাৰি বুলি জ্ঞানী সকলে কয়।

# পানী।

## ( ২ )

দেখাত ফট্ফটীয়া হলেই যে পানী ভাল বুলি কব নোৱাৰি এই কথা কোৱা হৈছে। দেখাত ভাল বা বেয়াৰ দ্বাৰা পানী বাস্তবিকে নির্দ্দোষ কি সদোষ এই কথা কোৱা বৰ টান, টান কিয় অসম্ভব বুলিলেও হানি নাই। স্ফটিকৰ নিচিনা ফট্ফটীয়া পানীও আচলতে বেয়া হব পাৰে, আৰু একেবাৰে ঘোলা পানীও ভাল হব পাৰে। প্রত্যেক মানুহেই ডাক্তাৰ নহয় আৰু প্রত্যেক ঘৰতে পানী পৰীক্ষা কৰিবৰ যন্ত্রাদি থকা কথাও অসম্ভব; থাকিলেও সদায় পানী পৰীক্ষা কৰি চাই খোৱাও অসম্ভব। যি নৈ বাৰ মাহে বৈ থাকে, যাৰ পানীত মৰাশ আদি পেলোৱা নহয় আৰু যাৰ দাঁতিত মানুহে শৌচাদি নকৰে কি মৰা শ বা আবর্জ্জনাদি নেপেলায়, কি নুপুৰে তেনেকুৱা নৈৰ পানী পৰিষ্কাৰ অর্থাৎ স্বাস্থ্যকৰ বুলি বিজ্ঞ মানুহে কয় আৰু আমিও মোটা বুদ্ধিৰে তাকেই বুজোঁ। যি নাদ বৰ বেছি দ, যি নাদ পচা পোতা ঠাইত নাখান্দি ভাল মাটিত খান্দা হয়, যাৰ ওচৰত পানী জমিৰ পৰা পচা পুখুৰী যি খাল নাই, যাৰ পাৰৰ পানী বৈ গৈ তাৰ ভিতৰত পৰিব নোৱাৰে, জ্ঞানী সকলে তেনেকুৱা নাদৰ পানীও ভাল বুলি কয় আৰু এই কথা বিশ্বাস কৰিবৰ কাৰণও বহুত আছে। নির্দ্দোষ কাপোৰেৰে ঘৰৰ ছাল কি অন্য কোন বস্তুত পৰিব নিদিয়াকৈ ধৰা দ্বিতীয় ঝাক বৰবুণৰ পানীৰ

নিচিনা নির্দ্দোষ পানী আৰু নাই বুলি কয়। বৰষুণৰ পানী সদায় পোৱা নাযায় আৰু পালেও ভালকৈ ধৰি জমা ৰখাৰ কথা দেখাতে অসম্ভব গতিকে তাক হিচাবৰ পৰা বাদ দিয়াই ভাল। ওপৰত লিখাৰ নিচিনা নির্দ্দোষ নৈ প্রত্যেক গাওঁৰ ওচৰে ওচৰে ঘুৰি ঘুৰি বৈ যোৱা কথা কল্পনা কৰাও পগলাৰ কাম। ওপৰত বৰ্ণোৱাৰ নিচিনা ওচৰত পচা খাল বা পুখুৰী নথকা নাদ হব পাৰে কিন্তু দ নাদ সৰ্ব্বত্র হোৱা টান; আৰু নাদ খান্দিবলৈ ভাল মাটি পোৱাও সহজ নহয়। কাৰণ, সৃষ্টিৰ কৌশলত সকল ঠাইয়ে সমানে ওখ বা দ নহয়। আমাৰ দেশত পানীৰ নিমিত্তে প্রায় কম ঠাইতে দ নাদ খান্দিব লাগে আৰু যেছি ভাগ ঠাইতে অলপ খান্দাতে নাদত পানী ওলায়। যি কাৰণে নাদ ব্যবহাৰ কৰা অসুবিধা সেই কাৰণে পুখুৰী ব্যবহাৰ কৰাও অসুবিধা। তেন্তে উপায় কি? এই ৰকমে বিচাৰ কৰিব গলে দেখোঁ জীয়াই থকাই অসম্ভব হব? এই ৰকমে যদি মানুহক কেবল পানীৰ দোষেই দেখুৱাই দিয়া হয় আৰু তাক সংশোধন কৰিবৰ যদি এটি উপায় দেখুৱাই দিয়া নহয় তেন্তে ৰাইজৰ হাঁহিয়াতহে হব লাগিব। ৰাইৰ ওচৰত এটি উপায় উপস্থিত কৰাৰ পূৰ্ব্বে মই ৰাইজত দুই চাৰিটা কথা সুধিব খোজোঁ। আৰু এই বোৰ কথা ৰাইজে নিজে নিজে ভালকৈ ভাবি চালেই ইয়াত দেখুৱাই দিয়া উপায়টি বিৰক্তি-জনক বুলি পৰিত্যাগ নকৰি সহজে গ্রহণ কৰিব পাৰিব বুলি আশাও কৰিব খোজোঁ।

মানুহে চেনি খাব ভাল পায় গতিকে বহু যত্ন কৰি চেনি প্ৰস্তুত কৰে। কুহিয়াৰৰ খেতি আৰম্ভ কৰাৰ দিনৰে পৰা চেনি প্ৰস্তুত কৰাৰ দিনলৈ কত ৰকম প্ৰণালী অবলম্বন কৰি কত পৰিশ্ৰমেৰে যে চেনি কৰা হয়, ভাবিলে গাৰ লোম শিহৰি উঠে। মানুহেনো সামান্য মিঠা খিনিৰ নিমিত্তে কিমান যত্ন, কিমান পৰিশ্ৰম কৰিব পাৰে? অথচ চেনি নাখালে মানুহ নমৰে। এতিয়াও আমাৰ দেশত বহুত মানুহ আছে যোনে তাৰ জীৱনত কোন দিন চেনি খোৱা নাই। চেনি নোখোৱাৰ বাবে সিহঁতৰ কাকো মৰাও শুনা নাই। বাইজে এনেকুৱা এজন মানুহ বিচাৰি উলিয়াব পাৰেনে যোনে পানী নোখোৱাকৈ জীয়াই আছে? চাহৰ খেতিৰ আৰম্ভৰ পৰা দুধ চেনি লগ কৰি মোজ লগাই এঢোক এঢোককৈ খোৱা-লৈকে কত যত্ন, কত অৰ্থ ব্যয় কৰা হয় হিচাব কাৰ চালে মানুহৰ পক্ষে অসম্ভৱ যেন লাগে; কিন্তু মানুহে চাহ নাখাই থকা নাই। আৰু এতিয়াও আমাৰ দেশত বহু স্বাস্থ্যবান আশী বচৰীয়া, নব্বৈ বচৰীয়া বুঢ়া আছে যোনে চাহ কেনে কবই নোৱাৰে। চাহ না খাই মানুহ মৰা শুনা নাই; কিন্তু পানী না খাই বা বেয়া পানী খাই মৰা মানুহৰ আদিও নাই অন্তও নাই। পানী নাখালে বা বেয়া পানী খালে মানুহ যিমান সোনকালে মৰে ভাত নাখালে সিমান সোনকালে নমৰে। কৰ্কৰ মেকচুনী চাহাবে অকল পানী খায়ে ৭৩ দিন জীয়াই আছিল। পানী বাদ দি ভাত হবই নোৱাৰে। আৰু ভাত পানী নাখালে

মানুহ একুইশ দিনৰ বেছি জীয়াই থাকিব নোৱাৰে বুলি মানুহে কয়। কাজে কাজে দেখা গল, জীয়াই থাকিবলৈ লগা বস্তুৰ ভিতৰত পানীৰ পিছতহে ভাত। সেই ভাত উপাৰ্জ্জন কৰাৰ কাৰণ খেতি আৰম্ভৰে পৰা একেবাৰে মাছ আঞ্জাৰে সৈতে ৰন্ধা ভাত পাতত লোৱালৈ কি যে ঘোৰ পৰিশ্ৰম কৰিব লাগে তাক কব যোৱা বাহুল্য মাত্ৰ। ভাতৰ পিছতহে কাপোৰ, তথাপি মানুহে সেই কাপোৰ প্ৰস্তুত কৰাৰ নিমিত্তে যে কিমান যত্ন কৰে তাকো আমাৰ অসমীয়া ভাই সকলোক কোৱাৰ আবশ্যতা দেখা নাযায়। স্বাস্থ্য ৰক্ষা অৰ্থাৎ জাৰ জহৰ পৰা শৰীৰ ৰক্ষাৰ আৰু লজ্জা নিবাৰণৰ নিমিত্তে যি পৰিমাণ কাপোৰ লাগে তাক যিমান যত্ন কৰি প্ৰস্তুত কৰে, বিলাসিতাৰ নিমিত্তে তাতকৈও বেছি যত্ন কৰি কাপোৰ কৰে। গেৰেৱালৈ ফিৰ্ফিৰিয়া চুৰিয়া নিপিন্ধি মানুহ মৰা কথা আজিলৈ শুনা নাই। কিন্তু বেয়া পানী এঢোক মাত্ৰ খায়ে কলেৰা হৈ বহু মানুহ মৰা শুনা গৈছে।

ভাইহঁত! উপৰত কোৱা বাদেও বহু কাম আছে যি আমাৰ জীবিকা নিৰ্ব্বাহৰ নিমিত্তে অনাবশ্যক বা কম আবশ্যক, অথচ আমি তাৰ নিমিত্তে বহু পৰিশ্ৰম—বহু অৰ্থব্যয় কৰোঁ। বায়ুৰ তলত পানী, তাৰ পিছতহে অন্যান্য বস্তু; অথচ আন সকলোবোৰ বস্তু প্ৰস্তুত কৰাত আমি যিমান যত্ন লওঁ আৰু ধনব্যয় কৰোঁ, এটোপা ভাল পানী পাবৰ নিমিত্তে তাৰ হাজাৰ ভাগৰো এভাগ পৰিশ্ৰম বা ধনব্যয় নকৰোঁ।

ৰান্ধনী আই সকলে জুইৰ দাকত বহি আঙ্গুলি পুৰি, ধোঁৱাৰ কামোৰত ৰাঙ্গলী মাঙলী হৈ অজীৰ্ণৰ বাঁহ নানা ৰকম লাৰু পিঠা যিমান যত্ন কৰি তৈয়াৰ কৰে ভাবিলে বিশ্বাস হয় যেন এই লাৰু পিঠা নহলে সূৰ্য্যাস্তৰ পূৰ্ব্বেই গোটেই ঘৰ গিৰি মৰি যাব। তেখেত সকলোক যদি কোৱা যে, গাওঁৰ খোৱা-পানী বেয়া, তাৰ দোষতে কলেৰা হৈছে; নিতৌ খোৱাপানী খিনি ৰাতিৰ পুৱাই উতলাই ভালকৈ ঢাকন দি থৈ দিবা আৰু যাৰ যেতিয়াই পিয়াহ লাগে তাৰে পানীহে খাব দিবা। তেতিয়া হলে তেওঁলোকৰ মুখৰ আকৃতি দেখে কোনে? মুখ দেখিলে বোধ হয় যেন তেওঁলোক জ্ঞান-বিজ্ঞানত সাক্ষাৎ চৰক ঋষি।

আমাৰ সমাজৰ চাল চলন দেখি বিশ্বাস হয় যেন কিবা এটি মহাভ্ৰমে আমাক ঘুৰাই লৈ ফুৰাব লাগিছে। সৰুক ডাঙ্গৰ দেখা, ডাঙ্গৰক সৰু দেখা, লাগতিয়ালক অলাগতিয়াল বুলি ভাবা, অলাগতিয়ালক লাগতিয়াল বুলি তাৰ নিমিত্তে মুৰে মাটি-খান্দা যত্ন কৰা, হিতক অহিত আৰু অহিতক হিত বুলি সাবটি ধৰা এটি ৰোগে সমাজক বান্দৰ নচুৱা দি নচুৱাই ফুৰিব লাগিছে। ভাঙ্গ, কানি, মদত যথেষ্ট পইচা খৰচ কৰিব কিন্তু পইচা খৰচৰ ভয়ত গাখীৰ কিনি নাখায়।

অন্যান্য দেশৰ মানুহ বিলাকও আমাৰ দেশৰ মানুহৰ নিচিনা ৰক্ত মাংসৰ মানুহ। তেওঁলোকেও আমাৰ নিচিনা জল, বায়ু, অন্ন বস্ত্ৰাদিৰে জীবিকা নিৰ্ব্বাহ কৰে। আমাৰ দেশত নাদ, নদী আৰু পুখুৰীৰ পৰা যেনেকৈ যি ৰকমৰ পানী পোৱা যায়

অন্য দেশতো তেনেকুৱাকৈ পোৱা যায়। নাদ, নদী, পুখুৰী কি বিলৰ পানীক তেওঁলোকে ভাল বুলি বিশ্বাস নকৰি খোৱা পানী খিনি সদায় নানা উপায়েৰে চেকি খায়। যেনেকৈ ভাল খাদ্য, ভাল গাখীৰ, ভাল কাণি-কাপোৰ যোগাৰ কৰাৰ পিনে সদায় আমালোকৰ লক্ষ্য, তেওঁলোকৰও সদায় সেই সেই বিষয়ত তদ্রূপ লক্ষ্য আছে সত্য কিন্তু সৰ্ব্বোপৰি পানীৰ উপৰত তেওঁ-লোকৰ লক্ষ্য বেছি। আমাৰ শাস্ত্ৰমতে জল-"জীবন"। জল ব্যতিৰেকে প্ৰাণীৰ জীবন নাথাকে। বেয়া পানীৰে সন্ধ্যা গায়ত্ৰী কি মুচলমান ভাইহঁতৰ ওজু কৰাও অসিদ্ধ। জল বুলিলে জলকে বুজায়। নানা ৰকম ময়লা, পোক পৰুৱা মিহলি জলক নুবুজায়। তেতিয়া হলে ময়লাযুক্ত পানী বা পোক-পৰুৱা মিহলি পানী নাম দিলে হেতেন। জ্ঞানী সকলে কয় পানী তপত কৰিলে যেতিয়া ভকভকীয়া উতল আহিব তেতিয়া পানীত থকা চকুৰে মণিব পৰা বা নোৱাৰা কোনো পোকেই বা অন্য কোন ৰকম ৰোগৰ বীজেই মানুহৰ স্বাস্থ্যৰ অনিষ্ট কৰিব পৰা অবস্থাত নাথাকে। পানী উতলালে তাৰ সমস্ত দোষেই নষ্ট হয়। সেই নিমিত্তে প্ৰত্যেক গৃহস্থেই ৰাতি পুৱাই যথাযোগ্য পৰিমিত পানী উতলাই মাটিৰ পাত্ৰত ঢাকন দি খোৱা উচিত আৰু প্ৰত্যেকে ভাত খাওঁতে, জলপান কৰোঁতে আৰু পিয়াহত সেই পানী ব্যবহাৰ কৰা উচিত। ভাত ৰন্ধাত যি পানী ব্যবহাৰ কৰা হয় সি ভাতৰ লগতে উতলে তাত দোষ থাকিবই নোৱাৰে। খোৱাৰ নিমিত্তে যি পানী উতুলোৱা

হয় তাক চেকি লব পাৰিলে আৰু ভাল। নহলে তাত অলপ ফিট্‌কিৰি পেলাই দি অলপ পৰ থৈ দিব আৰু উপৰৰ পানী ব্যৱহাৰ কৰিব। কাৰণ ফিট্‌কিৰিয়ে পানীৰ ময়লা তললৈ টানি নিয়ে।

নিজকে নিজে যিমান সবল বুলি ভাবে বাস্তৱিকে মানুহ সিমান সবল নহয়। মানুহে জিৰাব বৰ ভাল পায়। বিচনাত শুই জিৰাব ভাল পায়, গছৰ তলত বহি টোপনিয়াই জিৰাব ভাল পায়, এজনৰ তলত বহি এজনে হাত নৰকাকৈ বহি খাব (জিৰাব) ভাল পায়; এটি কাম কৰি সেই কামৰ আশ্ৰয়ত আৰু দহোটা কাম নকৰাকৈ থাকিব পাৰিলে ভাল পায়। ইত্যাদি ৰকমে যতে অলপ সুবিধা পায় ততে জিৰাব ভাল পায়। উতলাই খালে যদি পানীৰ দোষ যায়, তেন্তে নাদ, নদী, পুখুৰী আদি ভালে ৰখাৰ আৰু আবশ্যক কি? তপত পানীৰ আশ্ৰয় লৈয়ে নাদ, নদী, পুখুৰী আদিৰ পানী ভালে ৰখা দিগ্‌দাৰৰপৰা ৰক্ষা পোৱা যাব বুলি তৎক্ষণাৎ হাত সামুৰি বহিবৰ সম্ভৱ। কিন্তু সেই ৰকম কৰিলে নহব। নাদ, নদী, পুখুৰী আদি বেয়া ৰাখিলেও বিপদৰ সম্ভৱ আছে। এই বোৰৰ পানীৰে আমি বাপোৰ ধোঁৱা, গা ধোঁৱা। অকল খোৱা পানীৰ লগতে যে ৰোগৰ বীজ আমাৰ পেটলৈ যাব পাৰে এনে নহয়, গা ধোঁতেও বীজ ভিতৰলৈ যাব পাৰে। বাচন-বৰ্ত্তন ধোঁৱা পানী খোৱা পানীৰ নিচিনা নিৰ্দ্দোষ হব লাগে। আৰু সেই নিমিত্তে নাদ, পুখুৰী, নৈ আদি জলাশয়ও ৰীতিমতে পৰিষ্কাৰ ৰাখিব লাগে।

ধাৰ নোহোৱা জলাশয়ত গৰু গাই, বাচন বৰ্ত্তন, কাণি কাপোৰ আৰু গা ধোঁৱা উচিত নহয়। আৰু তাত বাঁহ পাট আদি গৰোৱাও অনিষ্টজনক। বাচন খুব ভাল পানীৰে ধুব লাগে, বিশেষতঃ যেতিয়া ওচৰত কলেৰাদি হয় তেতিয়া। তেতিয়া পাৰিলে বাচন উতুলোৱা পানীৰেহে ধোঁৱা উচিত। আৰু এটি কথা ঃ—খোৱা বস্তুৰ পৰা আমি যি গুণ পাওঁ তাক আন্ধাৰত খালেও সেই গুণ পাম সচাঁ কিন্তু খোৱা বস্তু দেখাত ভাল দেখিলে আৰু পবিত্ৰ বুলি জানি খালে যিমান গুণ পোৱা যায়, বেয়া আৰু অপবিত্ৰ বুলি জানি খালে সিমান গুণ পোৱা নাযায়। অনেক সময় গুণৰ পৰিবৰ্ত্তে বেগুণহে হয়। বিষ্ঠাৰ খালৰ পানী উতলাই খালে তাত বেমাৰৰ বীজ নাথাকিব পাৰে আৰু সেই বাবে হয়তো স্বাস্থ্যৰ হানি নহবও পাৰে। কিন্তু দেখাত বেয়া, অপবিত্ৰ, অস্পৃশ্য খোৱা বুলি মনত এটি যে ভাব হব, সেই ভাবেই অন্য ৰকমৰ এটি হানি জন্মাব। পানী তপত কৰিলে বেমাৰৰ বীজ মৰে বুলিয়ে বিষ গুলা পানী তপত কৰি নিৰ্দ্দোষ বিবেচনায় যেন কোনেও নাখায়। পানী তপত কৰিলে ৰোগৰ বীজ বা বিষ মৰে, সেই বুলিয়ে সাপৰ বিষ কি অন্য ৰকমৰ বিষ যে মৰিব এনে নহয়।

পানী উতলাই খোৱা প্ৰথা ঘৰত এবাৰ চলাই দিলে সি চিৰকাল চলি থাকিব। প্ৰথমতে নতুন কথা বুলি কেইদিনমান বেয়া লাগিব পাৰে কিন্তু তাৰ পিছত আৰু বিৰক্তি-জনক বুলি বোধ নহব।

---

# কলেৰা ।

গাওঁত বাঘ সোমোৱা বুলি শুনিলে আমি ভয় পাওঁ কিন্তু কিংকৰ্ত্তব্যবিমূঢ় নহওঁ। কলেৰা গাওঁত সোমালে আমি ভয় পাওঁ, তাৰ লগে লগে কিংকৰ্ত্তব্যবিমূঢ়ও হওঁ। ভয় পোৱা আৰু কিংকৰ্ত্তব্যবিমূঢ় হোৱা একে কথা নহয়। কোনো কোনো জন্তুক ভয় কৰোঁ কিন্তু সেই বুলিয়ে তাৰ লগত দেখা সাক্ষাত হলে কিংকৰ্ত্তব্যবিমূঢ় হওঁ বুলি বুজা অনুচিত। বাঘৰ স্বভাব আমাৰ অপৰিচিত নহয়। সি গাওঁত কি কি কাৰণে আহিব পাৰে তাক আমি অনুমান কৰিব পাৰোঁ। সি গাওঁত আহি কি কি কৰিব পাৰে সিও আমাৰ জ্ঞানৰ অগোচৰ নহয়। কি উপায়ে তাক গাওঁৰ পৰা খেদিব পাৰি, কি উপায়ে তাক মাৰিব পাৰি, আৰু আবশ্যক মতে কি উপায়েৰে তাৰ হাতৰ পৰা সাৰিব পাৰি তাৰো সন্ধান আমি পাওঁ। তাক আমি চকুৰে দেখোঁ, হাতেৰে ধৰিব পাৰোঁ অৰ্থাৎ সি আমাৰ ইন্দ্ৰিয় গোচৰ জন্তু। তাৰ লগত যুদ্ধ হলে যদি আমি আমাৰ বুদ্ধি বিলাক খটাব পাৰোঁ তেন্তে সি ঘাটিব নহলে আমি ঘাটিম। ইত্যাদি কথা আমাৰ জনা আছে বুলিয়ে আমি বাঘ অহা বুলি জানিলে ভীত হলেও হতবুদ্ধি নহও। কলেৰা গাওঁত সোমাৱা বুলি জানিলে আমাৰ

ভয় হয়, ভয় হয় কিয়; প্ৰাণত আতঙ্ক লাগে—লগে লগে কৰ্ত্তব্যজ্ঞানও লোপ হয়। এই ঠাইত কৰ্ত্তব্য-জ্ঞান লোপ হোৱা বুলি বৰং কৰ্ত্তব্য-জ্ঞান নোপোঁজে বুলাই উচিত। বাঘ আহিলে কি কৰা উচিত আমি জানোঁ আৰু তদ্ৰূপে কামো কৰোঁ, গতিকে এই ক্ষেত্ৰত কৰ্ত্তব্য-জ্ঞানে আমাক সহায় কৰা বুলিব পাৰি। কলেৰাৰ হাতৰ পৰা ৰক্ষা পাবলৈ কি কৰা উচিত আমি নাজানোঁ অৰ্থাৎ এই সম্বন্ধে আমাৰ কৰ্ত্তব্য জ্ঞান নাই। সুতৰাং কলেৰাৰ নাম শুনিলে আমাৰ হৃৎকম্প উপস্থিত হয়, আমি নিজকে নিজে পাহৰি যাওঁ। সেই নিমিত্তে কলেৰাৰ হাতৰ পৰা ৰক্ষা পাবৰ উপায় নিৰ্দ্ধাৰণ কৰাৰ পূৰ্ব্বে তাৰ লগত পৰিচিত হবৰ চেষ্টা কৰা উচিত। সি জন্মে ক'ত কেনেকৈ অহাযোৱা কৰে, আৰু কেনেকৈনো আমাক আক্ৰমণ কৰে প্ৰথমে জনা উচিত। এই কেইটা কথা জানিলে বাঘৰ বিষয় জনাৰ দৰে, আমি তাৰ হাতৰ পৰা সাৰিবৰ উপায় ভাবিবৰ বাট পাম। আহিব লাগিছে জানিলে তাৰ অহা বাটত বেৰ দিব পাৰিম আৰু ভয় পালেও জ্ঞান-হাৰা নহম।

বেছি দুৰলৈ নোযাওঁতেই পাঠকক কৈ দিয়া উচিত যে লিখক জন ডাক্তাৰ, কবিৰাজ কি আন কোনো প্ৰকাৰৰ চিকিৎসক নহয়। তেওঁৰ বিদ্যা-বুদ্ধি নিতান্ত কম হলেও এই বিষয় কিছু কোৱা উচিত বিবেচনা কৰিছে কাজেই নকৈ থাকিব নোৱাৰে। দেশীয় ভাই সকলৰ বিপদ দেখি যি কোৱা উচিত বুলি ভাবিছে সহস্ৰ হাক বাধা, ঠাট্টা বিদ্ৰূপ সত্বেও কবই।

তেখেতৰ লিখা যুক্তিসঙ্গত নহয় বুলি ভাবিলে পাঠকে তেখেতৰ লিখাৰ লগত অসহযোগ কৰিব পাৰে তাত তেখেতৰ কোন আপত্তি নাই।

বৈজ্ঞানিকে কয় কোনো কোনো ময়লাৰ পৰা এক প্ৰকাৰ পোক জন্মে, যাক আমি চকুৰে মণিব নোৱাৰোঁ। অণুবীক্ষণ নামক যন্ত্ৰেৰে চালেহে তাক দেখা যায়। সেই পোকবোৰ পানীৰ লগত, কেতিয়াবা দুধ দৈৰ লগত, সময়ে ভাত মিঠৈ আদি খোৱা বস্তুৰ লগত মানুহৰ পেটৰ ভিতৰলৈ যায়। পেটত গৈ ইহঁতে পোৱালী দিয়ে। অলপ সময়ৰ ভিতৰতে ইহঁতৰ পাল বৰ ডাঙ্গৰ হয় আৰু পাকস্থলীৰ চাৰিও পিনে ইহঁতে দাকিব আৰম্ভ কৰে। তেতিয়াই মানুহৰ শৌচ আৰু বমি হয়—ইয়াকেই আমি কলেৰা নামে অভিহিত কৰিছোঁ। এই পোকবোৰে কেনেকৈ আমাৰ পেট পাইগৈ তাক ইয়াৰ আগেয়ে লিখা কেইবাটিও প্ৰবন্ধত বিশেষৰূপে লিখা হৈছে। এই পোকবোৰ মাখিয়ে কেনেকৈ এক বস্তুৰ পৰা আন বস্তুলৈ নিয়ে তাকো তাত বিশদৰূপে আলোচনা কৰা হৈছে। সেই প্ৰবন্ধ কেইটা পঢ়িলেই কলেৰা বীজৰ লগত ভালকৈ পৰিচয় হব বুলি আশা কৰোঁ। তাতে অনেক কথা আছে যাক বিশ্বাস কৰিব অনেকে সাজু নহব। এই বিশ্বাস কৰা নকৰাই হৈছে এই ক্ষেত্ৰত আচল কথা। যোনে বিশ্বাস কৰিব টান পায় তেওঁ বৈজ্ঞানিকৰ ওচৰলৈ গৈ যন্ত্ৰৰ দ্বাৰা দেখি আৰু সেই বীজ নিজে খাই এই কথাৰ সঁজাত চাব পাৰে। যোনে সিমান দূৰ যাব নোৱাৰে

অথবা যাব নোখোঁজে তেওঁলোকক তুই চাৰি কথা কৈ দেখা বোধ কৰোঁ। দোষনীয় নহয়।

জ্যোতিষী সকলে নানা ৰকমৰ যন্ত্ৰৰ দ্বাৰা আকাশত থকা গ্ৰহ নক্ষত্ৰ বিলাকৰ গতি বিধি দেখি জ্যোতিষ শাস্ত্ৰ লিখিছে। আমি সেইবোৰ নিজ চকুৰে নেদেখা সত্ত্বেও বিশ্বাস কৰোঁ। কবিৰাজে হাতৰ নাৰি টিপি চাই বায়ু, পিত্ত বা কফ বৃদ্ধি হোৱা বুলি কলে আমি বিশ্বাস কৰোঁ। আৰু তেওঁৰ উপদেশ মতে দৰব ব্যবহাৰ কৰোঁ। ডাক্তাৰ আহি ৰবৰৰ নল দুটি কাণত লগাই লৈ কিবা এটি চুঙ্গা বুকত আৰু পিঠিত লগাই কান পাতি চাই কলে "বুকত কফ হৈছে।" ময় হলে নিজে নেদেখা নুশুনাকৈ বিশ্বাস কৰিলোঁ আৰু তেওঁৰ উপদেশ মতে দৰব খাই ভাল হলোঁ। যোগী ঋষি সকলেও নানা ৰকমৰ শাস্ত্ৰ লিখি থৈ গৈছে। কোন শাস্ত্ৰত পাপ পুণ্যৰ বিচাৰ কৰিছে, কোন শাস্ত্ৰত সৰগ নৰক বৰ্ণন কৰিছে, আৰু কোন শাস্ত্ৰত ঈশ্বৰ দৰ্শনৰ উপায় লিখিছে। আমি যোগীও নহওঁ ঋষিও নহওঁ। এই বোৰ কথা তেওঁলোকে কেনেকৈ জানিব পাৰিছিল তাকো আমি নাজানোঁ। অথচ আমি তেওঁ লোকৰ এইবোৰ কথা মানি চলোঁ। ইউৰোপৰ জাতিবিলাকে আকাশত উৰিব পৰা ৰথ, পানীৰ তলে তলে যাব পৰা জাহাজ উলিয়াইছে, এইবোৰ যদিও আমি নিজ চকুৰে দেখা নাই তথাপি তাক বিশ্বাস কৰোঁ। আমি নিজে নজনা, নিজ চকুৰে নেদেখা আৰু নিজ কানেৰে নুশুনা অথচ নিজে জনা, দেখা আৰু শুনাৰ নিচিনা বিশ্বাস কৰা কথা ইমান আছে

যে তাৰ হিচাব দিয়াই টান। পাঠক! অলপমান পৰ তুমি চকু মুজি ভাবি চোৱাচোঁন। তুমি যি বোৰ কথা শুনা বুলি ভাবা আৰু মানুহৰ আগত জনাৰ নিচিনা কৈ ফুৰা সেইবোৰ কথা বাস্তবিকে তুমি নিজে দেখিছা না জানিছা। ডাক্তাৰ, কবিৰাজ, জ্যোতিষী আৰু যোগী ঋষিৰ কথা যদি তুমি নামানা বুলি কোৱা তেন্তে তোমাৰ বিশ্বাস জন্মাবৰ কিবা উপায় আছেনে? যোনে যি বিষয় চৰ্চ্চা কৰে সি সেই বিষয় জানে বুলি তোমাৰ বিশ্বাস, সেই নিমিত্তেহে তুমি তেওঁলোকৰ কথা বিশ্বাস কৰা; নহলে কাৰ সাধ্য আছে যে তোমাক প্ৰত্যেকটি কথাকে চাক্ষুষ প্ৰমাণ দি বুজায় দিয়ে। কলেৰা সম্বন্ধেও তদ্ৰূপ। যি সকল জ্ঞানীয়ে দিনে ৰাতি মনুষ্য সমাজৰ ৰোগ বেমাৰ গুচাবৰ কাৰণ চেষ্টা কৰিব লাগিছে তেওঁলোকে কয়— "কলেৰা বায়ু, পিত্ত, কফ আৰু দেৱতাৰ কুদৃষ্টিৰ পৰা উদ্ভব হোৱা ৰোগ নহয়। ই বাহিৰৰ পৰা খোৱা বস্তুৰ লগত সোমোৱা বিষৰ পৰা উদ্ভব হোৱা ৰোগ।" আমাৰ দেশত যেনেকৈ কলেৰা হয়, অন্যান্য দেশতো সময়ে তেনেকৈ হৈছিল। জ্ঞানী সকলৰ উপদেশ মতে চলাত সেইবোৰ দেশত এতিয়া কলেৰা প্ৰায় নাই বুলিলেও হয়। জ্ঞানী সকলৰ কথাও কবিৰাজ, জ্যোতিষী আৰু যোগী ঋষিৰ কথাৰ দৰে বিশ্বাস কৰা উচিত। কাৰণ, তেখেত সকলে এই বিষয়টি দিনে ৰাতিয়ে চৰ্চ্চা কৰি আছে। যি যি কাৰণে আন বিলাকক বিশ্বাস কৰা, সেই সেই কাৰণে এখেত সকলোকো বিশ্বাস কৰিবা। বিশ্বাস কৰি তদনুসাৰে

কাম কৰিলে ফলাফল দেখিবা আৰু তেতিয়া এই বিশ্বাস হয় বদ্ধমূল হব, নহয় মনৰ পৰা অন্তৰ্ধ্যান হব।

গাওঁত বাঘ সোমোৱা খবৰ পোৱা মাত্ৰে গাওঁলীয়াই কি কৰে? গাওঁৰ ভিতৰত যিসকল সাহিয়াল, বলিষ্ঠ তেওঁলোকে বন্দুক লাঠি, শেল যাঠি কে আদি কৰি নানা ৰকমৰ অস্ত্ৰ শস্ত্ৰ লৈ তাক খেদিব যায়। বুঢ়া লৰা, গাভৰু তিৰোতা আদিয়ে ঘৰৰ দুৱাৰ মাৰি মনে মনে থাকে। কলেৰা গাওঁত কোনো এঘৰত হলে তেনেকৈ গাওঁলীয়াই তৎক্ষণাৎ একত্ৰ হোৱা উচিত। সাহসী জনা বুজা কেইজন মানে নিয়ম মতে ৰোগীক শুশ্ৰূষা কৰিব লাগে। গাওঁত যেন আৰু অইন কাৰো সেই বেমাৰ হব নোৱাৰে তাৰ নিমিত্তে বাঘ গাওঁত অহাত দুৱাৰ ঘৰ মাৰাৰ নিচিনা বাকী বিলাকে নিম্নলিখিত নিয়মমতে চলা উচিত। কলেৰা গাওঁত সোমোৱা মানে কলেৰাৰ বীজ গাওঁত সোমোৱা বুলি নিশ্চয়কৈ মনত ধৰি লবা।

১। কলেৰা ৰোগীৰ খবৰ লবলৈ সকলোৱে যোৱা উচিত কিন্তু শুশ্ৰূষাকাৰী ভিন্ন আন কোনেও যেন ৰোগীৰ গাত হাত দি নাচায়। কেতিয়াবা চালেও নিম্নলিখিত নিয়মমতে যেন হাত ধোঁৱে।

২। ৰোগীৰ ঘৰৰ পৰা কোনো প্ৰকাৰৰ খাবৰ বস্তু যেন গাওঁলীয়াই নি নাখায়।

৩। ৰোগীৰ ঘৰলৈ গৈ অইন বস্তু কিয় তামোল ছালিও কোনেও নাখাব। হোকাতকৈ ধপাত খোৱাও অনুচিত। কাৰণ

ৰোগীৰ গাৰ পৰা মাখি আহি তামোলত যেনেকৈ পৰিব পাৰে হোকাতও তেনেকৈ পৰিব পাৰে।

৪। কলেৰা হোৱা খবৰ পোৱা মাত্ৰকে সকলো গাওঁলীয়াই নিজ নিজ ঘৰৰ পানী থোৱা কলহ খুব ভাল কৰি মাজি ধুই ব্যবহাৰ কৰিব।

৫। পানী খোৱা পুখুৰী আৰু নাদ আদিত (Potash Permanganate) পটাশ-পাৰমেঙ্গেনেট বা অইন কোন বস্তু (ডাক্তাৰৰ উপদেশ মতে) পেলাই দি পানী শোধন কৰি লব। পটাশ পাৰমেঙ্গেনেট পানীত দিলে পানী ঈষৎ লাল হোৱাকৈ দিব লাগে।

৬। শোধন কৰিলেও খোৱা পানী উতলাই চেচাঁ কৰিহে খাব। খোৱা বাচন বৰ্ত্তনও উতুলোৱা পানীৰেহে ধুব। (পানীৰ প্ৰবন্ধ দেখক) অথবা যথেষ্ট পৰিমাণে পটাশ পাৰমেঙ্গেনেট দিয়া পানীত বেছি পৰ ডুবাই থৈ তুলি ব্যবহাৰ কৰিব।

৭। কোনো ৰকম খোৱা বস্তুতে মাখি পৰিব নোৱাৰাকৈ ৰখাৰ বন্দোবস্ত কৰিব। ("মাখি" প্ৰবন্ধ দেখক।)

৮। খোৱা বস্তু এক সময়ৰ পৰা অইন সময়লৈ তুলি থৈ নাখাব।

৯। অন্যৰ ঘৰৰ পৰা গাখীৰ মিঠৈ নি নাখাব। এনেকি নিজৰ ঘৰৰ এওঁা গাখীৰো ভালকৈ উতলাইহে খাব। নিজৰ ঘৰৰ এওঁা গাখীৰো উতলাই ঢাকন দিয়া বাচনত সাঁচি দৈ কৰি খাব।

১০। গাই ক্ষীৰোৱা কৰিয়া, দৈ জমোৱা বাচন দৈ শেষ হলে মানুহে উদঙ্গে থয়, সেই নিমিত্তে তাত মাখি পৰে। সেই কৰিয়া আৰু বাচন পানীত উতলাই নির্দ্দোষ নকৰা পর্য্যন্ত ব্যবহাৰ কৰিয়া অনুচিত। তেনেকুৱা বাচনত গাখীৰ থৈ তাত মাখি নপৰাৰ কাৰণ ঢাকন দিয়া মানে ভিতৰত নিগনি থৈ বাহিৰত ঢোল চিওয়া।

১১। বজাৰৰ গাখীৰ দুই কাৰণে নাখাব। এক কাৰণ—তাত মাখি পৰিব পাৰে। দ্বিতীয় কাৰণ—তাত যৰে তৰে বেয়া পানী মিহল দিব পাৰে। বজাৰৰ তৈয়াৰী পকা মিঠাই কি অন্য ৰকমৰ জলপানও নাখাব। মাখন, চেনি, গুৰ আৰু দৈ ধুই বা উতলাই খাব পৰা বস্তু নহয়। গতিকে তাক কলেৰাৰ সময় কি অইন সময়ও যৰে তৰে পৰা আনি নাখাব। যোনে সাবধানে তৈয়াৰ কৰে আৰু ঢাকন দি সাবধানে ৰাখে তাৰ পৰাহে আনি খোৱা উচিত। দি কাঁচাই খাব খুজিলেও তদ্রূপে বিচাৰ কৰি আনিব, আৰু খোৱাৰ পূর্ব্বে এবাৰ উতলাই লব।

১২। সেই সময় কোন অসুখ নাথাকিলে সুধা পেটে নাথাকিব।

১৩। সেই সময় শাক লাউ আদিৰ আঞ্জা খোৱা ভাল নহয়। কাৰণ, তাৰ পৰা কলেৰা নহলেও পেটৰ অসুখ হব পাৰে। যেহেতু সেই সময় সাধাৰণ পেটৰ অসুখতও বহু মানুহ কলেৰা হোৱা বুলি ভয়তে মৰে।

১৪। অনেকৰ বিশ্বাস যে সেই সময় নাম ধৰিলে আৰু

কালি পূজা কৰিলে কলেৰা দূৰ হয়। আমি এই কথাত মতা-মত নিদিওঁ কিন্তু নামৰ প্ৰসাদ যেন নাখায়। নাম আৰু পূজাৰ প্ৰসাদ নাখাই মুৰত ললেও যথেষ্ট সম্মান দেখুওৱা হয় বুলি বিধিত লিখা আছে। ৰাতি জাগি নাম ধৰা উচিত নহয়।

১৫। গা ধোৱা পানী সম্বন্ধেও সাবধান হব লাগে। নহলে গা ধোঁৱা পানী যেন মুখত নোসোমায় আৰু পেটলৈ নাযায় এনেকুৱা সাবধান হৈ গা ধুব। একেবাৰে নিৰ্ভাৱনা হব খুজিলে পটাশ দিয়া পানীৰে গা ধোঁৱা উচিত।

১৬। পানী খোৱা নাদ আৰু পুখুৰীৰ চাৰিও কাষ বহু দূৰলৈ পৰিষ্কাৰ কৰি ৰাখিব।

১৭। খাবৰ মন গলে তামোল পান পটাশৰ পানীৰে ধুই খাব। আৰু তাক থোৱা বটাত ঢাকন দিব।

## ৰোগী শুশ্ৰূষাকাৰীয়ে পালিব লগা নিয়ম।

১। এজন ৰোগীক একে সময়তে দুই কি তিনজনত কৈ বেছি মানুহে যেন শুশ্ৰূষা নকৰে।

২। শুশ্ৰূষাকাৰীয়ে ৰোগীৰ ঘৰত কোনো ৰকমৰ বস্তু নাখাব।

৩। ৰোগীৰ ঘৰত নুশুব। শুলে মহৰি টানি শুব।

৪। ৰোগীৰ মল-মূত্ৰ লগে লগে আঁতৰ কৰিব। আৰু হাত চাবন দি ধুই ফিনাইলৰ পানীত ডুবাই লব।

৫। শুশ্ৰূষাকাৰী দুই দল হব। এদলে চাৰি পাছ ঘণ্টা শুশ্ৰূষা কৰাৰ পিছত আন দলটিয়ে গৈ বদল দিব।

৬। ৰোগী শুশ্ৰূষা কৰি আহি পিন্ধা কাপোৰ জোৰা পৃথকে বাহিৰা ঘৰত ভালকৈ বান্ধি থৈ গাত চাবন দি ভাল কৰি গা মুৰ ধুব আৰু হাত ফিনাইলৰ পানীত ডুবাই লব। আকৌ শুশ্ৰূষা কৰিব যাব লাগিলে সেই কাপোৰ জোৰাকে পিন্ধি যাব। শুশ্ৰূষা শেষ হলে কাপোৰ জোৰা সিজাই ধুই লব।

৭। সামান্য ৰকমৰ পেটৰ অসুখ থাকিলেও ৰোগী শুশ্ৰূষা কৰিব নাযাব।

৮। ৰোগীৰ শৌচ বমি তুলি নি খাল খান্দি এনেকুৱাকৈ পুতি পেলাব যাতে বৰষুণৰ পানীয়ে ধুই নিব নোৱাৰে কি মাখিয়ে লগ নাপায়। কিন্তু পানী খোৱা নাদ, পুখুৰী, বিল কি নৈৰ ওচৰত নুপুতিব।

৯। ৰোগীয়ে ময়লা কৰা কাপোৰ, বিছনাপত্ৰ ফিনাইলৰ পানীত ভিজাই সিদ্ধ কৰি ধুই লব নোৱাৰিলে তেতিয়াই জুই দি পুৰিব বা পুতি পেলাব।

১০। ৰোগী মৃৰিলে শ পুৰি পেলাব। অথবা পানী খোৱা নাদ, পুখুৰী আদিৰ পৰা দুৰৈত এনেকুৱা দ' গাত কৰি পুতিব যাতে শিয়াল কুকুৰে টানি বাহিৰ কৰিব নোৱাৰে।

১১। নৈত, পুখুৰীত কি তাৰ দাঁতিত কি অইন কোন ৰকমৰ বিল-খালত মৰা শ নেপেলাব। মানুহ মৰিলেও কলেৰাৰ বীজ নমৰে। শ পানীত: পেলালে বীজ পানীৰ লগত আকৌ

মানুহৰ ঘৰলৈ যায়। তাৰ পিছত লাহেকৈ পেটলৈ গৈ আকৌ দুৰ্ঘটনা ঘটায়।

১২। অন্যান্য উপদেশ ডাক্তাৰৰ পৰা লব।

## কলেৰা প্ৰাদুৰ্ভাবৰ সময়।

১। বাৰিষা হোৱাৰ লগে লগে আৰু বাৰিষা যোৱাৰ লগে লগে বেছিকৈ কলেৰা হোৱা দেখা যায়। ইয়াৰ কাৰণ,—খৰালি নৈ আদি জলাশয়ৰ দাঁতিত মানুহে শৌচ কৰে, নানা ৰকমৰ মৰা শ পেলায়, মানুহ খৰি দিয়ে আৰু গাওঁৰ ময়লা জাবৰাদি পেলায়। বাৰিষাৰ আৰম্ভতে বৰষুণৰ পানীয়ে সেইবোৰ ধুই নি পানীত পেলায় আৰু সেই পানী মানুহে খায়।

২। খৰালি আমি আমাৰ থকা ঠাইৰ চাৰিও পিনে নানা ৰকমৰ ময়লা পেলাওঁ। বাৰিষা সেই ময়লা পচে আৰু নানা ৰকম ৰোগৰ বীজ তাৰ পৰা জন্মে। সেই সময় মাখিও বেছিকৈ জন্মে। ইয়াৰ কিছুমান বীজ বৰষুণৰ পানীৰ লগত গৈ নাদ পুখুৰীত পৰে আৰু কিছুমান বীজ মাখিয়ে নি আমাৰ খোৱা বস্তুত মেলি দিয়ে। সেই সময় পথাৰত ফাটি থকা বাঙ্গি খোৱা উচিত নহয়।

৩। বাৰিষা যেতিয়া সৰ্ব্বত্ৰ পানী হয়, মানুহে কেবল পানীৰ উপৰে উপৰে ফুৰিব লগা হয়, তেতিয়া সেই পানীত উল্লিখিত প্ৰকাৰৰ বীজ থাকে আৰু মানুহে সেই পানী খায়। খৰালিৰ দিনতে যহ তহ, বাৰিষাৰ দিনত ঘৰত উতলাই লোৱা পানী ভিন্ন অইন কোনো ঠাইৰ পানীকে খোৱা উচিত নহয়।

৪। বাৰিষা শেষ হবৰ সময় পানীত ডুব যোৱা সমস্ত হাবি জঙ্গল পচি নতুনকৈ আৰু একদল বীজৰ জন্ম হয়। আৰু সেইবোৰ পানীৰ লগত ঝৰি গৈ নাদ পুখুৰী আদিত পৰে। এই বোৰকে পণ্ডিত সকলে ৰোগৰ প্ৰধান কাৰণ বুলি কয়। ইয়াৰ বাহিৰে অইন সময় যে কলেৰা নহয় এনে নহয় কিন্তু তেতিয়া হলে ইমান বেছি নহয়।

## কলেৰা প্ৰাদুৰ্ভাবৰ সময় ঘৰত ৰাখিব লগা বস্তু।

১। ফিনাইল।

২। Potash Permanganate pill পটাশ পাৰমেঙ্গোনেটৰ বড়ি। (ডাক্তাৰত সুধি লব) এই বড়ি কলেৰা হলে খাব লাগে।

৩। হাত ধুবলৈ কাৰ্ব্বলিক চাবান।

৪। ৰাতি শুৱাৰ সময় খাবলৈ সাল্ফাৰিক এচিড ডিল। (ডাক্তাৰত সুধি লব)।

৫। পানীত দিবলৈ পটাশ পাৰমেঙ্গেনেট। (ডাক্তাৰক সুধিব)।

---

# থকা ঘৰ।

আমি ফুলৰ গন্ধ পাওঁ, গাখীৰ মিঠৈ, ভাত আঞ্জাৰ গন্ধ পাওঁ; মৰা শ আদি পচা বস্তুৰ, মল মূত্ৰৰ গন্ধ পাওঁ, এনেকি আমাৰ ভিতৰত পৰস্পৰৰ গাৰ গন্ধও পৰস্পৰে পাওঁ। এই গন্ধ পোৱাৰ কাৰণ কি? গন্ধ প্ৰধানতঃ দুই প্ৰকাৰ, ভাল আৰু বেয়া। ভাল বেয়াৰ ভিতৰতও বহু শ্ৰেণী আছে। ফুলৰ গন্ধ আছে, গাখীৰ মিঠৈৰ গন্ধ আছে, মল মূত্ৰৰ গন্ধ আছে এই কথা আমি জানিব পাৰোঁ কেনেকৈ? বিচাৰ কৰি চালে বিধাতাৰ সৃষ্টিৰ প্ৰত্যেকটি বস্তুই আমাৰ চকুত অদ্ভুত যেন লাগে। চকুৰে দেখোঁ, কানেৰে শুনোঁ নাকেৰে গন্ধ পাওঁ, জিভাৰে আস্বাদ পাওঁ, ইয়াৰ কাৰণ কি? কাৰণ অতি ৰহস্য-ময়—কাৰণ আমাৰ নিচিনা মানুহৰ বিদ্যা বুদ্ধিৰ আগোচৰ। দৈ গাখীৰ তোমাৰ আগত উপাস্থত কৰা মাত্ৰেই তোমাৰ চকুয়ে মনক কলে—"দৈ দেখাত বগা।" হাতে তাক স্পৰ্শ কৰি মনক বুজাই দিলে—"দৈ চেঁচা মোলায়েম বস্তু।" নাকে মনৰ আগত সাক্ষী কলে—"দৈৰ গন্ধ মিঠা।" জিভায় অল্প চাখি চাই মনক বুজাই দিলে—"দৈ মিঠা-কেহা বস্তু।" কানে মনক কানে কানে কৈ দিলে—"উল্লিখিত বিবৰণৰ বস্তুটিক মানুহে দৈ বোলে। মন বিচাৰক, এই ইন্দ্ৰিয় বোৰ সাক্ষী। মন টেলিগ্ৰাফ মাষ্টাৰ, এই ইন্দ্ৰিয় বোৰ টেলিগ্ৰাফৰ যন্ত্ৰ। মন ফটোগ্ৰাফাৰ, এই ইন্দ্ৰিয় বোৰ ফটোধৰা যন্ত্ৰ মাত্ৰ।

বৈজ্ঞানিক সকলে কয় যে বিধাতায় মানুহৰ নাকৰ ভিতৰখন এখন পাতলা ছালেৰে পৰ্দ্দা দি থৈছে। সেই পৰ্দ্দাত কোনো বস্তু লাগিলে মনে তৎক্ষণাৎ সেই বস্তুৰ এটি গুণ বুজিব পাৰে। অৰ্থাৎ কোনো বস্তু এটিৰ লগত ভাল কৈ পৰিচয় হব লাগিলে যি বোৰ কথা জনাৰ আবশ্যক তাৰ ভিতৰত এটি কথা নাকৰ দ্বাৰা মনে জানিব পাৰে। বাৰু! বৈজ্ঞানিকৰ কথা সত্য, নাকৰ পৰ্দ্দাত কোন বস্তু লাগিলে আমাৰ মনে তাৰ এটি বিবৰণ জানে, তাক আমি ঘ্ৰাণ বুলোঁ। কিন্তু কলহত দৈ আছে, হাৰিত মাছ আছে, ফুলনিত ফুল আছে এই কথা আমি ঘৰত বহিয়ে জানো কেনেকৈ? দৈ, মাছ বা ফুল আনি নাকৰ পৰ্দ্দাত ঘঁহি দিয়াতো নাই? বৈজ্ঞানিকে কয়, বস্তু আৰু বস্তুৰ গন্ধ পৃথক পৃথক বস্তু নহয়। চকুৰে মনিব নোৱাৰা লক্ষ লক্ষ কোটি কোটি অনু-পৰমানু লগ হৈ এটি ফুল, এটি মাছ, এজন মানুহ, চন্দ্ৰ, সূৰ্য্য, গ্ৰহ তৰাকে আদি কৰি অনন্ত কোটি ব্ৰহ্মাণ্ড সৃষ্ট হৈছে। এই অনুবোৰ পৃথক পৃথক কৰিলে ফুল, মাছ, মানুহ অদৃশ্য হোৱা আমি দেখিছোঁ। কিন্তু চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ অদৃশ্য হোৱা আমি দেখা নাই। ফুল এটি পিহি মোহাৰি পেলালে নাইকিয়া হয়, তেতিয়া ফুল কলৈ যায়? তেতিয়া অনু-পৰমানুত পৰিণত হয় কাৰণে আমি আৰু তাক দেখা নাপাওঁ। ফুলৰ চকুৰে মনিব নোৱাৰা কেতবোৰ অনু বায়ুৰ লগত উৰি আহি আমাৰ নাকৰ সেই পৰ্দ্দাত লাগিলে তেতিয়া আমি ঘ্ৰাণ পাওঁ আৰু মনেও ফুলৰ এটি বিবৰণ জানিব পাৰে।

তেনেকৈ মাছ আৰু মাছৰ গন্ধ পৃথক পৃথক বস্তু নহয়। মাছ যি বোৰ অনু-পৰমানুৰে গঠিত তাৰে কিছুমান অনু বতাহৰ লগত উৰি আহি নাকৰ পৰ্দ্দাত লাগিলে আমি গন্ধ পাওঁ; তাতেই আমাৰ মনে মাছৰ গন্ধ পোৱা বুলি কয়। বিষ্ঠাৰ কেতবোৰ অনু বতাহৰ লগত উৰি আহি আমাৰ নাকৰ পৰ্দ্দাত লাগে সেই নিমিত্তে আমি তাৰ গন্ধ পাওঁ। সেই নিমিত্তেই বোধ কৰোঁ আমাৰ পূৰ্ব্ব পুৰুষ সকলে "ঘ্ৰানেণ অৰ্দ্ধ ভোজনম্" বাক্য ব্যবহাৰ কৰিছিল। আমি খোৱাবস্তুৰ কিছু অংশ বায়ুৰ লগত উৰি গৈ নাকৰ পৰ্দ্দাত লাগে, কিছু অংশ হাতত লাগে, কিছু অংশ মুখত, জিভাত লাগে আৰু কিছু অংশ পেটলৈ যায় ইয়াৰে নাম ভোজন। নাকে, মুখে আৰু হাতে খবৰ নোপোৱা কৈ কোনো বস্তু পেটলৈ যাব নোৱাৰে, কোনো উপায়ে গলেও যাৰ পেটলৈ যায় সি ভোজনৰ সুখ নাপায় আৰু সেই নিমিত্তে ভোজন কৰা বুলি নকয়। গতিকে মুখে হাতে খবৰ নোপোৱা-কৈ অকল নাকেহে যদি কোনো বস্তুৰ খবৰ পায় তেন্তে তাক অৰ্দ্ধ ভোজন বা শিকি ভোজন বুলাতো যুক্তি বিৰুদ্ধ যেন দেখা নাহয়।

কেৰাচিন তেল ঘৰৰ মজিয়াত পৰিল—চতুৰ্দ্দিকে তাৰ গন্ধ ওলাল অৰ্থাৎ কেৰাচিন তেলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অনুবোৰ বতাহত উৰি চতুৰ্দ্দিকে যাববলৈ ধৰিলে। এনেকৈ উৰি যাওঁতে যাওঁতে মাটিত তেলপৰা চিন্‌টি পৰ্য্যন্ত নোহোৱা হল; লগে লগে তাৰ গন্ধও নাইকিয়া হল। অৰ্থাৎ আটাই খিনি তেল

অনু পৰমানু হৈ বতাহত উৰি গ'ল। আফিং খালে কানিয়াৰ ৰাগী হয়, আফিঙৰ গন্ধ বেছি পৰ ললেও অকানিয়াৰ ৰাগী হয়। তাৰ কাৰণ—বায়ুৰ লগত যিখিনি কানি উৰি যায়, অকানিয়াৰ ৰাগী জন্মোৱাৰ নিমিত্তে সেয়ে যথেষ্ট। ঘৰত এৰতি গন্ধ কলাই আছে, সদায় তাৰ গন্ধ পাইএ আছোঁ; লাহে লাহে গন্ধ কম পাবলৈ আৰম্ভ কৰিলোঁ, তাৰ পিছত দেখোঁ যে গন্ধ কলাই থাকে নাই। কলৈ গ'ল গন্ধ কলাই? বায়ুৰ লগত অনু অনুকৈ উৰি গৈ ঢুকাল। কালজিৰা খালে পানীলগা গুচে, তাক শুঙিলেও পানীলগা গুচে। ধঁপাত খালে মুৰত ধৰি মানুহ অচেতন হয় কিন্তু ধঁপাতৰ ভৰালত যোনে সোমায় সি ধঁপাত খাব নালাগে, তাৰ গন্ধতেই সি তন্তোধক দশা প্ৰাপ্ত হয়। ইত্যাদি যুক্তিৰ দ্বাৰা বুজা যায় যে বস্তু আৰু তাৰ গন্ধ একে পদাৰ্থ, পৃথক পৃথক পদাৰ্থ নহয়। ধঁপাত খালে যেনেকৈ অনিষ্ট হয়, তাৰ গন্ধ পালেও তেনেকৈ অনিষ্ট হয়। কালজিৰা খালে যি উপকাৰ হয়, শুঙিলেও সেই উপকাৰেই হয়। প্ৰভেদ এই,—খালে তৎক্ষণাত বহু ধঁপাত, বহু জিৰা, আমাৰ ভিতৰলৈ যায় আৰু তাৰ গুণাগুণ তৎক্ষণাত আমি বুজিব পাৰোঁ। কিন্তু গন্ধ লাগিলে বহু ধঁপাত বা বহু জিৰা তৎক্ষণাত আমাৰ ভিতৰলৈ যাব নোৱাৰে আৰু সেই নিমিত্তে তাৰ গুণাগুণ তৎক্ষণাত আমি বুজিব নোৱাৰোঁ। কিন্তু বহুত পৰ ধৰি ঘ্ৰাণ ললে আমি তাৰ উপকাৰিতা অপকাৰিতা বুজিব পাৰোঁ। তেন্তে যি বস্তু আমাৰ উপকাৰী তাৰ গন্ধো আমাৰ উপকাৰী,

আৰু যি বস্তু আমাৰ অপকাৰী তাৰ গন্ধো আমাৰ অপকাৰী। কোনো বস্তুৰ গন্ধ অৰ্থাৎ তাৰ অনু-পৰমানু বায়ুৰ দ্বাৰা বাহিত হৈহে আমাৰ নাকৰ পৰ্দ্দাত লাগে আৰু তেতিয়াহে আমি গন্ধ পাওঁ অৰ্থাৎ সেই বস্তু বায়ুত মিহলি হৈ থকা বুলি আমি বুজিব পাৰোঁ। এই নিমিত্তে আমি খাদ্যাখাদ্য বিচাৰ কৰি যেনেকৈ চলোঁ। ভাল বেয়া বায়ু গ্ৰহণ সম্বন্ধেও তেনেকৈ বিচাৰ কৰি চলা উচিত। যি ঠাইৰ বায়ু অস্বাস্থ্যকৰ বস্তুৰ অনুৰে ভৰা সেই ঠাইৰ বায়ুক বেয়া বায়ু বোলে। বায়ু ভাল ৰাখিব খুজিলে বেয়া বস্তু বোৰ এনে দূৰৈত পেলাব বা পুতিব লাগে যাতে সি আমি গ্ৰহণ কৰা বায়ুৰ সগ হব নোৱাৰে। আমি থকা ঠাইৰ ভিতৰ বাহিৰ এনেকৈ পৰিষ্কাৰ ৰখা উচিত যাতে তেনে কোনো বস্তুই বায়ু দূষিত কৰিব নোৱাৰে। কাপোৰ মলিন হলে তাক পৰিষ্কাৰ কৰিবলৈ পানীৰে ধোওঁ: পৰিষ্কাৰ পানীত কাপোৰ ধুলে কাপোৰ পৰিষ্কাৰ হয়, পানী অপৰিষ্কাৰ হয়। অপৰিষ্কাৰ পানীত কাপোৰ ধুলে কাপোৰ বেছি অপৰিষ্কাৰ হয়। নিৰ্দ্দিষ্ট পৰিমাণ পৰিষ্কাৰ পানীত এখন কাপোৰ ধোৱা হ'ল—কাপোৰ যি পৰিমাণ পৰিষ্কাৰ হ'ল পানী সেই পৰিমাণে অপৰিষ্কাৰ হ'ল, কাৰণ কাপোৰৰ মল খিনি আহি পানীৰ লগ হ'ল। সেই পানীত আকৌ এখন কাপোৰ ধোৱা হ'ল। এই কাপোৰ খন আগৰ কাপোৰ খনত কৈ মলিন আছিল গতিকে মলিন পানীত ধোৱা সত্বেও কিছু পৰিষ্কাৰ হ'ল কিন্তু পানী হলে একেবাৰে অপৰিষ্কাৰ হ'ল

এই পানীত যদি আগৰ কাপোৰত কৈ কিছু পৰিষ্কাৰ কাপোৰ ধোৱা তেন্তে ই পৰিষ্কাৰ নহৈ অপৰিষ্কাৰ হে হব। মুঠ কথা এই যে একে পানীতে পুনঃ পুনঃ কাপোৰ ধুলে সি পৰিষ্কাৰ নহৈ মলিন হে হয়। আৰু সেই নিমিত্তে মানুহে একে পানীতে পুনঃ পুনঃ কাপোৰ নোধোঁৱে।

শৰীৰৰ বাহিৰ খন পৰিষ্কাৰ কৰিবলৈ আমি পানীৰে গা ধোওঁ; আমি যি পানী খাওঁ তাৰে আমাৰ শৰীৰৰ ভিতৰ খন ধোৱা যায়। যি বায়ু আমি শ্বাসৰ লগত ভিতৰলৈ টানো তাৰেও আমাৰ শৰীৰৰ ভিতৰখন ধোৱা যায়; বিশেষকৈ আমাৰ হাওঁফাওঁ, নাক মুখ, শ্বাসনলী আদি ধোৱা যায়। সেই নিমিত্তে প্ৰশ্বাসৰ লগত বাহিৰ হোৱা বায়ুৰ আমি গন্ধ পাওঁ। মুখেৰে যি বায়ু বাহিৰ হয় তাৰো আমি গন্ধ পাওঁ! গুহ্য দ্বাৰেৰে যি বায়ু বাহিৰ হয় সিও দুৰ্গন্ধ। অৰ্থাৎ আমাৰ শৰীৰৰ পৰা ওলোৱা বায়ুয়ে শৰীৰৰ ভিতৰৰ কিছু মল ও ৰোগৰ অণু ধুই লৈ আহে। শৰীৰৰ ভিতৰৰ পৰা যি বায়ু বাহিৰ হ'ল সি অপৰিষ্কাৰ হৈ ওলাল আৰু শৰীৰৰ ভিতৰখন পৰিষ্কাৰ হ'ল। সেই অপৰিষ্কাৰ বায়ুকে যদি আকৌ এজনে ভিতৰলৈ টানে অৰ্থাৎ সেই অপৰিষ্কাৰ বায়ুৰে যদি এজনে তেওঁৰ নিজৰ ভিতৰখন ধোৱে তেন্তে সেই বায়ুৰে প্ৰথম জনৰ ভিতৰখন যিমান পৰিষ্কাৰ হৈছিল এওঁ দ্বিতীয় জনৰ ভিতৰখন সিমান পৰিষ্কাৰ নহব। সেই বায়ুকে তৃতীয় জনে ভিতৰলৈ টানিলে তাৰ অন্তৰ বেছি মলিন হব, চতুৰ্থ জনৰ ততোধিক মলিন হব।

শৰীৰৰ বাহিৰ খন ধুই পৰিষ্কাৰ নকৰিলে যেনেকৈ নানা প্ৰকাৰ ৰোগ হয়, তেনেকৈ শৰীৰৰ ভিতৰখন সুধুলেও নানা ৰকম ৰোগ হবৰ সম্ভব। কচু-পানীত গা ধুলে গাত ধৰে, গা খুজুৱায়। গন্ধকৰ ধোঁৱা নাকেৰে ভিতৰলৈ টানিলে শ্বাসেন্দ্ৰিয় বোৰ অবস হয়। বসন্ত ৰোগীৰ গা ধোৱা পানীৰে গা ধুলে যেনেকৈ বসন্ত হোৱাৰ সম্ভব তেনেকৈ যক্ষ্মা ৰোগীৰ পৰিত্যক্ত বায়ু ভিতৰলৈ টানিলে যক্ষ্মা হবৰ সম্ভব। সম্ভব কিয় প্ৰায় ৰোগেই এনেকৈ হয় বুলি জ্ঞানী সকলে কয়। এটি পুলিত থকা বায়ু যদি এজনৰ ভিতৰখন ধুবলৈ উপযুক্ত হয় আৰু সেই পুলিত যদি এজনৰ পৰিবৰ্ত্তে বহুত মানুহ থাকে তেন্তে পৰস্পৰে টনা বায়ুকে পৰস্পৰে পুনঃ পুনঃ শ্বাসৰ লগত টনাত তাৰ বায়ু অত্যন্ত অপৰিষ্কাৰ হব আৰু তাৰ আটাইবোৰ মানুহ ৰুগ্ন হব। আৰু এটি দেখিব লগীয়া কথা আছে। আহাৰ আৰু পানীৰ পৰা যেনেকৈ কিছু বস্তু আমাৰ শৰীৰে টানি লয় তেনেকৈ বায়ুৰ পৰাও কিছু টানি লয়। এজনে খোৱা বস্তুৰ সিথা খাই যেনেকৈ আন এজন জীয়াই থাকিব নোৱাৰে তেনেকৈ এজনে খাই এৰি দিয়া বায়ু খাই আন এজন জীয়াই থাকিব নোৱাৰে। এজনৰ আহাৰ দুইজনে খালে দুইজনেই দুৰ্ব্বল হৈ লাহে লাহে মৰে। এজনৰ উপযোগী বায়ু দুজনে গ্ৰহণ কৰিলে উভয়ৰ দশা তদ্ৰূপ নহবৰ কোনো কাৰণ দেখা নাযায়। এজনৰ আহাৰ দহ জনে খালে দহ জনৰ যি দশা হবৰ সম্ভব, এজনৰ বায়ু দহ জনে গ্ৰহণ কৰিলে

দহ জনৰে তেনেকুৱা দশা নহবৰ কাৰণ কি ? চাব খুজিলে ইয়াৰ প্ৰমান সহজে চাব পাৰি। ঘৰৰ কোঠালীৰ সমানকৈ এটি লোহাৰ বা টিনৰ বাকস্ সাজি তাত এজন মানুহ সোমাই বন্ধ কৰি দিলে দেখিবা যে সেই মানুহজন যিমান সময় সেই বাকসৰ ভিতৰত জীয়াই থাকিব, সমানৰ দুজন মানুহ একে সময়তে সেই বাকসত সোমাই বন্ধ কৰিলে সিহঁতে ডিমান সময় জীয়াই নাথাকিব, তাতকৈ বহু কম সময় জীয়াই থাকিব। অৰ্থাৎ বাকসৰ ভিতৰত থকা বায়ুত মানুহৰ জীবনোপযোগী যি খাদ্য আছিল সি দুজনৰ পক্ষে তাকৰ।

আমি গোটেই দিনতো বাহিৰত মুকলি ঠাইত থাকোঁ। সেই নিমিত্তে বিধাতাৰ বৰ ডাঙ্গৰ বায়ু ভৰালৰ বায়ু খাব পাওঁ, তাত আমাৰ জীবনোপযোগী খাদ্যৰ অভাব নাই। কিন্তু ৰাতি হলে আমি নিজে সজা সৰু বায়ু ভৰালত থাকোঁ গতিকে তাত হিসাবতকৈ অধিক সংখ্যক ভক্ষ্যক থকা উচিত নহয়। থকা ঘৰৰ কোঠালী ডাঙ্গৰ, বহল, বেছি বায়ু ধৰা হলেই যে স্বাস্থ্যকৰ হয় এনে নহয়। তাত ডাঙ্গৰ, বহল হোৱাৰ লগে লগে ভিতৰৰ বায়ু বাহিৰলৈ আৰু বাহিৰৰ বায়ু ভিতৰলৈ অহা যোৱাৰ বাট থাকিব লাগে। থকা ঘৰ কেনেকুৱা হোৱা উচিত জানিবলৈ কাৰো মনত প্ৰশ্ন উঠিব পাৰে, তেওঁক মোটা মোটি এটি ধাৰণা দিয়াৰ কাৰণ তলত কিছু কোৱা হ'ল।

থকা ঘৰ ওখ মুকলি ঠাইত বান্ধিব লাগে। ঘৰৰ ভেঁটি ওখকৈ বান্ধিব লাগে যাতে বাৰিষাও শুকাই খটখটীয়া হৈ

থাকে। জেকা লগা ভেটি বৰ অস্বাস্থ্যকৰ। ঘৰৰ পানীপচা কমৰও কম ৯ ফুট মান ওখ হোৱাকৈ ঘৰ বান্ধিব লাগে। ডাঙ্গৰ বহু পুলিযা ঘৰ সিমান স্বাস্থ্যকৰ নহয। বাঢ়নীৰে সাৰি আৰু লিপি পুছি যেনেকৈ আমি ঘৰৰ মজীয়া পৰিষ্কাৰ কৰোঁ, ৰ'দ আৰু বতাহেও তেনেকৈ ঘৰৰ ভিতৰৰ উত্তম লগা বায়ু উকুৱাই নি ঘৰৰ ভিতৰখন শুকাই পৰিষ্কাৰ কৰে। কলহত পানী আছে, সি কেতিয়াও কলহটি বগৰাই ঢালি নেপেলালে কলহৰ পৰা ওলাই যাব নোৱাৰে। কিন্তু কলহটি যদি ৰ'দত ৰখা যায় তেন্তে লাহে লাহে কলহত পানী কম হৈ আহিব। কলৈ যায় পানী ? কেনেকৈ যায় ? কিয় কলহ উদং হয ? ৰ'দ লাগিলে পানী তপত হয় আৰু লাহে লাহে চকুৰে নেদেখা বাষ্প হৈ উৰি যায়। সেই বাষ্প চকুৰে উৰি যোৱা নেদেখিলেও আমি কলহ উদং হোৱা দেখোঁ। পানী হাৰিতকৈ তপত কৰিলে লাহে লাহে পানী তপত হৈ আহে। তাতকৈ আৰু বেছি তপত হলে উতল আহে। উতল আহে কিয় ? অৰ্থাৎ জুইৰ তাপ হাৰিত লাগি প্ৰথমে হাৰি তপত হয় তাৰ পিছত হাৰিত লগা পানী তপত হয়। পানী তপত হলে পাতল হয় আৰু তাৰ কলেবৰ বৃদ্ধি হয়। গতিকে হাৰিৰ গাত লাগি থকা পানী খিনি তপত হৈ পাতল হোৱাত উপৰৰ চেঁচা গধুৰ পানী তলত পৰে আৰু তলৰ তপত পাতল পানী উপৰলৈ উঠিব আৰম্ভ কৰে। ক্ৰমান্বয়ে এইৰূপে তলৰ পানী তপত হৈ উপৰলৈ অহাত আৰু উপৰৰ চেঁচা বা কম তপত

পানী তললৈ যোৱাত পানীৰ যি গতি হয় তাকে পানীৰ উতল বোলে। বায়ু তপত হলেও এনেকৈ বায়ুৰ তলা-উপৰা গতি হয়। যেতিয়া কোনো ঠাইত বতাহ নাই তেতিয়া তাত একুৰা ডাঙ্গৰ জুই ধৰিলে কৰবাৰ পৰা আপোনা আপুনি বতাহ অহা দেখা যায়। এই বতাহ অহাৰ কাৰণ অইন একো নহয় কেবল জুইৰ তাপ লাগি জুই ধৰা ঠাই খনৰ বায়ু তপতহৈ পাতল হয় আৰু উপৰলৈ উঠি যায় আৰু উপৰৰ চেঁচা গধুৰ বায়ু তললৈ নামি আহে। এই উঠা নামা কৰা ক্রিয়াই আমাৰ চকুত বতাহ বুলি ধাৰ্য্য হয়। ঘৰৰ কোঠালীত ৰ'দ লাগিলে তদ্রূপে ঘৰৰ ভিতৰৰ বেয়া বায়ু তপত হৈ ওলায় যায় আৰু উপৰৰ বাহিৰৰ ভাল বায়ু সোমায়গৈ। কোঠালীৰ ভিতৰেৰে বায়ু বৈ যাব পাৰিলেও ভিতৰৰ বেয়া বায়ু উৰি যোৱাত ভাত ভাল বায়ু সোমায়। বহু কোঠালী থকা ডাঙ্গৰ ঘৰৰ সন্মুখৰ কোঠালীবোৰে ৰ'দ বতাহ পায় কিন্তু মাজৰ কোঠালীবোৰে কেতিয়াও ৰ'দ বতাহ নাপায়। সেই নিমিত্তে সি বাসৰ যোগ্য নহয়। কেই পুলিয়া ঘৰ ভাল বুলি যদি মতামত সব খুজে তেন্তে তাৰ উত্তৰত দুপুলিয়া ঘৰকে ভাল বুলি কব পাৰি। দুই পুলিয়া ঘৰৰ প্রত্যেক পুলিয়ে তিনি ফালৰ পৰা ৰ'দ বতাহ পায়। দুইতকৈ বেচি পুলিয়া ঘৰ বন্ধাৰ নিতান্ত আৱশ্যক হলে এটি দীঘলীয়া ঘৰ বান্ধি তাৰ পুলি কৰা উচিত। তেতিয়া হলে মাজৰ পুলিবোৰে দুই ফালৰ পৰা ৰ'দ আৰু বতাহ পাব। জীবন ধাৰণৰ নিমিত্তে বায়ু অতি আৱশ্যকীয় বস্তু; ই যাতে আমাৰ থকা ঘৰত অবাধে চলাচল কৰিব পাৰে

তাৰ নিমিত্তে সৰ্ব্বোতোভাবে চকু ৰখা উচিত। ঘৰত দুৱাৰ খিৰিকি যথেষ্ট পৰিমাণে থকা উচিত। খিৰিকি নোহোৱা ঘৰৰ বেৰ লিপি নিদিলে বেৰৰ জিলিঙ্গনিবোৰে খিৰিকিতকৈও ভাল কাম দিয়ে। মুকুলি ঠাইত চন্দ্ৰাতপ টানিলে যেনেকৈ তাৰ তলত ছাঁ হয় অথচ তলত বেৰ নথকা গতিকে সুন্দৰ ৰূপে বায়ু চলাচল কৰিব পাৰে আৰু উদং ঠাইৰ নিচিনা পোহৰ থাকে তেনেকৈ পোহৰ থকা আৰু বায়ু চলাচল কৰিব পৰা ঘৰেইহে স্বাস্থ্যকৰ ঘৰ। ঘৰ ৰ'দ বৰষুণ আৰু নিয়ৰৰ পৰা শৰীৰ ৰক্ষা কৰিবৰ কাৰণ, বায়ু আৰু পোহৰ বন্ধ কৰিবলৈ নহয়।

ভেটি খট্‌খটীয়া হলে নিতৌ মুচিব লাগে। জেকা হলে অবস্থাভেদে এক দুই দিন অন্তৰে মোচা উচিত। ঘৰ মোচাত গৰুৰ গোবৰ ব্যবহাৰ কৰা ভাল। এই গোবৰ নতুন হব লাগে আৰু ঘাঁহ খোৱা গৰুৰ হব লাগে। দানা খোৱা গৰুৰ গোবৰ মানুহৰ বিষ্ঠাতকৈ কোনগুণে উৎকৃষ্ট নহয়। থকা ঘৰত বাতি পোহৰ পাবলৈ ব্যবহাৰ কৰা চাকি ভিন্ন অইন কোনো কাৰণে জুই ধৰা উচিত নহয়। জুই ধৰিলে তাৰ ধোঁৱা লাগি ঘৰটি আৰু তাত থকা কাণি কাপোৰ, ধাৰি-পাটি মলিন হয়। বিশেষতঃ টোপনিত জুইৰ ধোঁৱা নিশ্বাসৰ লগত টনা অস্বাস্থ্যকৰ বুলি কথিত আছে। ৰান্ধনি ঘৰ থকা ঘৰৰ পৰা পৃথক হব লাগে। পাৰিলে এনেকুৱাকৈ বান্ধিব লাগে যাতে ৰান্ধনি ঘৰৰ পৰা থকা ঘৰলৈ অহা যোৱা কৰাত ৰ'দ বৰষুণে লগ নাপয় আৰু ভৰিত বোকা নালাগে। ভেটি খট্‌খটীয়া হলে মাটিত বিছনা কৰি

শুৱা ভাল। কিন্তু সেই বিছনা নিতৌ তুলি তাৰ তলখন সাৰিব আৰু মুচিব লাগে। ভেটি খট্‌খটীয়া নহলে খাট বা চাঙ্গত শোৱা উচিত। কিন্তু সেই খাট বা চাঙ্গ এনেকুৱা ওখ হব লাগিব যাতে তাৰ তলখন সুন্দৰ মতে দেখা যায় আৰু পৰিষ্কাৰ কৰিব পাৰি। সেই খাট বা চাঙ্গৰ তলত কোন বস্তু সোমাই থোৱা উচিত নহয়। সেয়ে হলে তাত উঁই ধৰিব পাৰে, তলত ভেকুলি থাকিব পাৰে, মকৰাই জাল বান্ধিব পাৰে আৰু মহ থাকিব পাৰে। আৰু তেতিয়া হলে তাৰ তলৰ পৰা এটি ভেকুৰা গন্ধ ওলাই ঘৰটি বাসৰ অযোগ্য কৰিব। মুঠ কথা থকা ঘৰ থকা ঘৰেই হব লাগে, ভৰাল ঘৰ হব নালাগে। থকা পুলি যিমান আহল বহল হয় সিমান ভাল।

বহুতে থকা ঘৰত বয় বস্তু থবলৈ আটাল বা চিলিঙ্গ বান্ধে। এই চিলিঙ্গ সময়ে ইন্দুৰ নিগণি আৰু লগে লগে সাপ আদিৰও বাসস্থান হয়। যি কাৰণে ঘৰটি ওখকৈ বন্ধা হৈছিল সেই আদি কাৰণটিও নষ্ট হয়। ঘৰটি ওখ গুচি চাপৰ ঘৰত পৰিণত হয়। তাত ভালকৈ বায়ু চলাচল কৰিব নোৱাৰে, সিমান পোহৰও নহয়। ৰান্ধনি ঘৰত ৰন্ধা কাম হব আৰু তাত ৰন্ধাৰ সাজ সজুলি থাকিব। ভৰাল ঘৰত গৃহস্থিৰ যাবতীয় আবশ্যকীয় বস্তু বাবি থাকিব আৰু থকা ঘৰত কেবল মাত্র মানুহ থাকিব। চোৰৰ পৰা ৰক্ষা পৰিবলৈ বা বেছি ঘৰ বান্ধিব অসমৰ্থ হৈ একেটি ঘৰকে গোহালি, ঢেঁকি, ৰান্ধনি, ভৰাল আৰু থকা ঘৰ কৰা উচিত নহয়। তেতিয়া হলে বস্তু ৰখা হে হব স্বাস্থ্য

ৰখা নহব। চৰুত ঢাকন দিলে বিড়ালীয়ে মাছ খাব নোৱাৰে। যদি ঢাকন দিব অসমৰ্থ বুলি ওবে ৰাতি মাছ ৰখি থকা তেন্তে টোপনি নোহোৱাই তোমাৰ স্বাস্থ্য ভঙ্গ হব, মাছ খাই সেই স্বাস্থ্য ৰাখিব নোৱাৰিবা। কাজেই এনেকুৱা ব্যৱস্থা কৰিব লাগিব যাতে মাছও খোৱা হয়, টোপনিও মৰা হয়। এতিয়াও বহুতৰ ৰান্ধনি ঘৰ, থকা ঘৰ আৰু ভঁৰাল ঘৰ পৃথক পৃথক আছে তথাপি দেখোঁ তেওঁলোকৰ বস্তু চোৰে নিয়া নাই; আৰু আটাইবোৰ বস্তু একে ঘৰতে লৈ থকাতো দেখোঁ চোৰে চুৰ কৰা দেখা যায়? গতিকে এই বিষয়টি বিশেষকৈ বিবেচনা কৰি চোখিবা।

গৃহস্থৰ কোনো এজনৰ কোন সংক্ৰামক বেমাৰ হলে সেই বেমাৰৰ পৰা আন বিলাকে ৰক্ষা পৰিবৰ কাৰণেও থকা ঘৰ, পাক ঘৰ আৰু ভঁৰাল ঘৰৰ পৰা পৃথক হোৱা উচিত। যি ঘৰত এজন কলেৰা ৰোগী আছে সেই ঘৰত কোন বস্তুই খোৱা উচিত নহয়। এনে স্থলত তাত ৰান্ধি খালে যে আন বিলাকৰ সেই ৰোগ নহব তাৰ নিশ্চয়তা কি? মাখিয়ে ৰোগৰ বীজ লৈ ইগাওঁ সিগাওঁ পৰ্য্যন্ত ভ্ৰমণ কৰে এনেস্থলত একে ঘৰতে কলেৰা ৰোগী আৰু বন্ধা বস্তু থাকিলে যে সি কি নকৰিব তাক কোৱা বাহুল্য মাত্ৰ। থকা ঘৰতে ভঁৰাল ঘৰ থাকিলে তাত থকা বস্তুবোৰৰ অৱস্থাও তদ্ৰূপ। আমাৰ দেশত নানা ৰকম জাতিৰ মানুহ আছে। এক জাতিৰ ৰান্ধনি ঘৰত আন জাতিৰ মানুহ সোমালে পাগ চুৱা যোৱা দস্তুৰও চলিত আছে। থকা ঘৰতে ৰান্ধনি

ঘৰ থাকিলে বিভিন্ন জাতীয় ডাক্তাৰ বা শুশ্রূষাকাৰীয়ে ৰোগী চাবলৈ গলে হয় পাগ চুৱা যাব নহয় ৰোগীক ঘৰৰ বাহিৰলৈ আনি দেখাব লাগিব। অথবা ভিন্ন জাতীয় ডাক্তাৰ আৰু শুশ্রূষাকাৰী বাদ দি স্বজাতীয় বা নিজতকৈ উচ্চ জাতীয় ডাক্তাৰাদি অনাৰ ব্যবস্থা কৰিব লাগিব। কিন্তু সকলো সময়তে তেনেকুৱা সুবিধা পোৱা টান। অনেক সময় ডাক্তাৰক দেখুৱা-বলৈ চৰু চুৱা যোৱাৰ ভয়তে ৰোগী বাহিৰলৈ দাঙ্গি অনাত ৰোগীৰ মৃত্যু হোৱাও দেখা গৈছে। দুৰ্ব্বল অবস্থাত ৰোগীক দঙ্গাপৰা কৰা নিষেধ। কাৰণ, ৰোগত নমৰিলেও অনেক সময় দঙ্গাপৰাত ৰোগী কষ্ট পাই মৰে। এনেকুৱা অসুবিধা বোৰ লৈ থকাতকৈ ৰান্ধনি ঘৰ পৃথক কৰাই ভাল।

কোন ঘৰত ভাত খাব লাগে তাৰ নাম কৈ দিয়া টান। মুঠতে কব পাৰি যে যি ঘৰত নানা ৰকমৰ বস্তু নাই, য'লৈ সুন্দৰ মতে পোহৰ আহে, য'ত খোৱা বস্তুত কোন এটি ক্ষুদ্র পোক পৰুৱা পৰিলেও দেখা যায়, যি নিৰ্জ্জন, পৰিষ্কাৰ পৰিচ্ছন্ন আৰু পবিত্ৰতাযুক্ত সেই ঘৰটিয়েই খোৱা ঘৰৰ উপযুক্ত। ৰান্ধনি ঘৰতো পোহৰ আৰু বায়ু চলাচল কৰিব লাগে; নহলে ৰন্ধা বস্তু বোৰ ৰন্ধাত ভাল হৈছে নে নাই বুজা নাযায় আৰু পৰিষ্কাৰ অপৰিষ্কাৰ হোৱা কথাও ধৰিব নোৱাৰি।

ঘৰৰ চাৰিও ফাল হাবি জঙ্গল কাটি পৰিষ্কাৰ ৰাখিব লাগে। ওচৰত কোন পচা খাল আদি দুৰ্গন্ধময় বস্তু ৰাখিব নালাগে। বৰযুণৰ বা আন কোন পানী, থকা ঘৰৰ ওচৰত যাতে

জমিব নোৱাৰে তাৰ উপায় কৰিব লাগে। মন প্ৰফুল্ল ৰাখিবলৈ থকা ঘৰৰ ওচৰত সুগন্ধি ফুলৰ গছ ৰুব পাৰে কিন্তু তাৰ তলখন পৰিষ্কাৰকৈ ৰাখিব লাগিব। থকা ঘৰৰ ওচৰত তুলসী গছ থাকিলে ম্যালেৰিয়া আৰু কালাজ্বৰৰ পৰা ৰক্ষা পৰিব পাৰি বুলি কোৱা মানুহও এদল আছে।

---

# দাঁত আৰু নখ।

দৃশ্যমান জন্তুৰ ভিতৰত কিছুমানে সিহঁতৰ নিজৰ নিজৰ জীৱনোপযোগী আহাৰ চোবাই খায়। কিছুমানে নোচোবো-ৱাকৈ গিলি খায়। যিবিলাকে চোবাই খায় সিবিলাকেও কোনো কোনো বস্তু নোচোবোৱাকৈ গিলি খায়। যেনে :—দুধ, পানী ইত্যাদি। আৰু চোবাই খোৱাৰ ভিতৰত কিছুমানে চৰ্ব্বিত চৰ্ব্বন কৰে অৰ্থাৎ চোবাই গিলা বস্তুকে পুনৰায় মুখলৈ আনি মিহিকৈ চোবাই পুনৰায় খায়। খোৱাৰ প্ৰণালী এনেকুৱা বিভিন্ন হোৱাৰ কাৰণ কি? দেখোঁতে দেখোঁ যিবিলাকৰ দাঁত নাই বা থাকিলেও তাৰ দ্বাৰা যোনে চোবাব নোৱাৰে সিবিলাকে গিলি খায়। যিবিলাকে চোবাই খায় সিবিলাকৰ দাঁত আছে। যিবিলাকৰ দাঁত নাই সিবিলাকক চোবাই খাবলৈ বাধ্য কৰিলেও চোবাই খাব নোৱাৰে। গতিকে সিবিলাকে গিলাৰ পৰিবৰ্ত্তে চোবাই খালে সিবিলাকৰ কিবা শাৰীৰিক অনিষ্ট হব কি নহব কব নোৱাৰি। কিন্তু যাৰ চোবাব পৰা দাঁত আছে সি যদি চোবোৱাৰ পৰিবৰ্ত্তে চোবাব লগা আহাৰ্য্য গিলি খায় তেন্তে তাৰ শাৰীৰিক অনিষ্ট হোৱা দেখা যায়। বোধ কৰোঁ বিধা-তাই যাক দাঁত দিছে তাক চোবাই খাব দিছে। আৰু যাক দাঁত দিয়া নাই বা দিলেও চোবাব পৰা দাঁত দিয়া নাই, তাক গিলি খাব দিছে।

আমাৰ দাঁত আছে। কঠিন বস্তু আমি চোবাই খাওঁ। কঠিন বস্তু যদি নোচোবাই গিলি খাওঁ তেন্তে আমাৰ পেটৰ অসুখ হয়। ইয়াৰ কাৰণ কি? আমি দেখিছোঁ, আমাৰ মুখত কোন বস্তু পৰিলে আপোনা আপুনি বিজলেৰে মুখখন ভৰে। এই বিজলে খোৱা বস্তু গিলাত আৰু জিৰিন কৰাত সহায় কৰে বুলি শৰীৰ-তত্ত্ববিদ্ সকলে কয়। খোৱা বস্তু যিমানে চোবোৱা যায় তিমানে বেছি লাল খোৱা বস্তুৰ লগ হৈ পেটলৈ যায়। খোৱা বস্তু চোবালে অনু-পৰমাণুত বিভক্ত হয়, গতিকে লাল তাৰে সৈতে ভাল মতে মিহলি হব পাৰে আৰু সেই নিমিত্তে সহজে জিৰিন যায়। অকল এই লালেই যে খোৱা বস্তু [illegible] কৰে এনে নহয়; ইয়াৰ লগত পিতপানী আৰু অন্যান্য ৰস যকৃতাদিৰ পৰা ওলাই গৈ খোৱা বস্তুৰ লগ হয়। সেই আটাই বোৰে আৰু পাকস্থলীৰ উত্তাপে নানা ৰকম ক্ৰিয়াত খোৱা বস্তু জীৰ্ণ কৰে। খোৱা বস্তু নোচোবাই গিলি খালে যথেষ্ট পৰিমাণ লাল তাৰ লগত পেটলৈ যাবৰ সুবিধা নাপায়। এই লাল দেখাত এটি আৱশ্যকীয় বস্তু যেন নালাগে, ইয়াৰ যে জীৰ্ণ কৰিব পৰা শক্তি আছে তাকো বুজা নাযায়। উঁই এটি সামান্য পোক। ই শুকান কাপোৰ, শুকান পেৰ, শুকান কাঠ কুটি মাটি কৰে। সেই মাটি দেখিলে সি কি বস্তুৰ পৰা কৰা মাটি বুজিবৰ কোনো উপায় নাই। কি উপায়েৰে উঁই এই বৃহৎ ৰাসায়নিকৰ কাম কৰে? ভালকৈ চালে, চোৱাৰ মিচিনা চালে ইয়াৰ মূলতঃ তাৰ মুখৰ লালকেহে দেখা যায়। উঁইৰ মুখৰ লালে

যদি ইমান কঠিন বস্তু সিজাই মাটি কৰিব পাৰে, মানুহৰ মুখৰ লালে ভাত জীৰ্ণ কৰিব নোৱাৰিব কিয়? মানুহৰ পেটত পভা-পাত্‌কু নাই যিহেৰে খোৱা বস্তু বটি পিহি মলমৰ নিচিনা মিহি কৰিব পাৰে। খাৰে বস্তু সিজোৱাৰ নিচিনা মুখৰ লাল, পিতপানী ইত্যাদিয়ে খোৱা বস্তু সিজাই মোলায়েম কৰে। যকৃতৰ পৰা পিতপানী ওলাই পাকস্থলীত পৰে। এই পিত-পানীও জিৰিন কৰাৰ মচলা। যকৃত বেয়া হলে মচলাৰ অভাব হয়। এই মচলাৰ অভাব হলে পাকস্থলীৰ কাৰ্য্য ভাল নচলে। তেতিয়া শৰীৰত নানা ৰকমৰ বেমাৰ হয়। সেই নিমিত্তে যকৃতৰ ক্ৰিয়া ভাল ৰাখিবলৈ ডাক্তাৰ কবিৰাজে দৰব দিয়ে। লিখক জন শৰীৰ তত্বত পণ্ডিত নহয়, বিশেষতঃ এইবোৰ কথা ইয়াত বহলাই কোৱা অপ্ৰাসঙ্গিক। যোনে শৰীৰ তত্ববিদৰ কথা নুবুজে বা বুজিব টান পায় তেওঁলোকক এইবোৰ কথা কোৱাৰ প্ৰয়োজন নাই। যোনে সেই তত্বৰ কথা বুজে বিশেষকৈ তেওঁলোকক এই কথা কোৱা নিষ্প্ৰয়োজন।

দাঁত সৰিলে অকল খোৱাৰ সুখেই যে যায় এ... । তাৰ লগে লগে কথা কোৱাৰ সুখ, গাৰ বল, আ... মুখৰ সৌন্দৰ্য্যও নষ্ট হয়। ইয়াক বাদে যদি আৰু কিবা অ... । অনিষ্ট হয় তাক লিখকে নাজানে।

পৃথিৱীত এনেকুৱা মানুহ বোধ কৰোঁ অতি কম ওলাব কি নোলাবই যোনে বলত ভীম, ৰূপ লাবণ্যত কাৰ্ত্তিক আৰু দীৰ্ঘ-জীবনত ব্ৰহ্মাৰ নিচিনা হবৰ ইচ্ছা নকৰে। আৰু সেই ইচ্ছা

আ... বুলিয়ে আজি পৃথিবীত শাৰীৰিক বল বৃদ্ধিৰ নিমিত্তে নানা ৰকমৰ ব্যায়াম, ৰূপ লাবণ্য বৃদ্ধিৰ নিমিত্তে নানা প্ৰকাৰৰ তেল, মলম, চূর্ণ, অলঙ্কাৰ আৰু আয়ু বৃদ্ধিৰ নিমিত্তে অসংখ্য দৰব, অসংখ্য পুষ্টিকৰ খাদ্য আৰু হবেক ৰকম স্বাস্থ্য ৰক্ষাৰ নিয়ম প্ৰণালীয়ে স্থান পাইছে। আৰু তাৰ উৎকর্ষ সাধনৰ নিমিত্তে প্ৰাণপণ চেষ্টা দিনে ৰাতিয়ে চলিয়ে আছে। দাঁত সৰা মানুহে আজি কালি যি কৃত্ৰিম দাঁত লগাব ধৰিছে ইয়াৰ মূলতও সেই সেই কাৰণ বোৰেহে আছে। সেই বোৰেই এই কৃত্ৰিম দাঁতৰ জন্মদাতা। দাঁত সৰিলে দাঁত লগাই লম, চকু বেয়া হলে চচ্‌মা লম বুলি বুক দাঠ কৈ থকা মানুহৰ সংখ্যা অতি কম হব ...ৰে কিন্তু আছে। এই শ্ৰেণীৰ জীব প্ৰকৃত শিক্ষা পোৱাৰ আৰু একেবাৰে শিক্ষা নোপোৱাৰ ভিতৰত নাই বুলি দাঠকৈ কলে বোধ কৰোঁ একেবাৰে অবিবেচনাৰ কাম নহব। অৰ্দ্ধ শিক্ষাৰ যি ফল সি সকলো ঠাইতে সমানে প্ৰকাশ পাব, ই...াক বহলাই কোৱাৰ প্ৰয়োজন নাই। যোনে সৌন্দৰ্য্য বৃদ্ধিৰ নিমিত্তে চকুৰ কোন ৰকমৰ বেমাৰ নোহোৱা সত্বেও চচ্‌মা ব্যবহাৰ কৰে তেওঁ লোকৰ দিনে অঙ্গুলিয়াই দিয়েই বোধ কৰোঁ এই অধ্যায় সমাপ্ত কৰিব পাৰি।

যোনে শিক্ষিত তেওঁ হাজাৰ ভাল বুলি প্ৰতীয়মান হলেও ইচ্ছা পূৰ্ব্বক স্বাভাবিকক বিদায় দি অস্বাভাবিকক আদৰেৰে সাবটি নধৰে। যোনে অশিক্ষিত তেওঁলোক স্বভাবৰ শিশু। অস্বাভাবিক উদ্ভাৱণ কৰিবৰ তেওঁলোকৰ ক্ষমতা নাই। আৰু

কোনবাই উদ্ভাৱণ কৰি দিলেও তাক সাবটি ধৰিব হঠাৎ সাহস নকৰে। বিশেষতঃ অস্বাভাবিকে দিয়া সুখ স্বাভাবিকে দিয়া সুখৰ ছায়া মাত্ৰ, স্বাভাবিকত পইচাৰ খৰচ নাই। অস্বভাবিকত টকাৰ মোনাৰ তলিত স্থায়ী কুটা হয়। গোটেইবোৰ অঙ্গ-প্ৰত্যঙ্গ স্বাভাবিক। স্বাভাবিকৰ লগত স্বাভাবিকৰ সম্বন্ধও স্বাভাবিক; ক্ৰিয়া-কলাপও স্বাভাবিক। কাৰো লগত কাৰো বিৰোধ নাই। স্বাভাবিকৰ লগত অস্বাভাবিকৰ সম্বন্ধ বিপৰীত, কাৰ্য্য কলাপৰ মিল নাই, গতিকে অস্বাভাবিকক স্থান দিব গলে উভয়ৰ মিল ৰখাৰ কাৰণ স্বাভাবিকৰও কিছু প্ৰকৃতি বিকাৰ কৰিব লগা হয়। ইয়াক জ্ঞানী, মুৰ্খ আৰু দুখিয়া মানুহে এৰাব পৰাত আশ্ৰয় নিদিয়ে। স্বাভাবিক দাঁত যে মানুহৰ স্বাস্থ্য ৰক্ষা, ৰূপ-লাৱণ্য বৃদ্ধি আৰু দীৰ্ঘ জীৱনৰ নিমিত্তে অত্যন্ত প্ৰয়োজনীয় তাক কোৱা বাহুল্য মাত্ৰ।

এই দাঁত ৰক্ষাৰ কাৰণে কত ৰকমৰ যে দন্তৰক্ষণ, দন্ত ধাৱণ দশণ কান্তিকে আদি কৰি চূৰ্ণ বাহিৰ কৰা হৈছে আৰু তাৰ খৰিদদাৰৰ সংখ্যা যে দিনকে দিন কিমান বাঢ়িব ধৰিছে, দৰৰষ বিজ্ঞাপন পঢ়োঁতা সকলে তাক ভালকৈ জানে। ইয়াৰ মূলত কি? মূলত হৈছে অজ্ঞতা। দাঁতৰ যে কি মূল্য, ইযে কি আৱশ্যকীয় বস্তু আৰু কি উপায়ে যে ইয়াক ভালকৈ ৰাখিব পাৰি এই কথা লৰাই নুবুজে, কোনো বুজাই দিওঁতাও নাই। লৰাই ভাত খাই উঠি যাওঁতে ভৰিত পৰা ভাতে সৈতে উঠি গ'ল —চতুৰ্দ্দিকৰ পৰা হায় হায় চিহ্‌চিহ্‌ শব্দেৰে খলক লাগিল।

শুনিলে—সবাই গো-হত্যা কি নৰহত্যা কৰা দোষে দোষী যেন লাগে। কিন্তু সবাই ভৰি হাতৰ ভাত গুচাই সুকৃতকৈ এচোল পানীৰে ভাতৰ মুখ ধুই ভাত চোবাওঁতে চোবাওঁতে ওলাই গলে তাত কাৰো কোনো আপত্তিয়ে নাই। এনেকি সি কথা কাৰো চকুতে নপৰে। অবশ্যে ভৰিত ভাত লাগি থকাও বাঞ্চনীয় নহয়। কিন্তু দাঁতৰ মাজত ভাত আগ্না সোমাই থকাৰ লগত তুলনা কৰিলে আনটি জাতি ধৰ্ম্ম বিচাৰত ব্যাভিচাৰ, পিছৰটি আত্মহত্যা। চকু, কাণ, নাক, পেচাবৰ দ্বাৰ আৰু গুহ্য-দ্বাৰেৰে মল বাহিৰ হয় ই কাৰো অবিদিত নাই। লোপকুপেদিও মল বাহিৰ হয় তাকো সকলোৱে জানে। এইবোৰ দুৱাৰে দি কেৱল মল বাহিৰ হে হয়, চকুৰে দেখা কোন বস্তু এই বোৰে দি ভিতৰলৈ নাযায়। তথাপি তুমি ইয়াক পৰিষ্কাৰ ৰখাত যথেষ্ট যত্ন লোৱা। মুখেৰে আহাৰ পেটলৈ যায় আৰু মল বাহিৰলৈ ওলায় আহে। সেই মল অতি মিহি মোলায়েম আঠাৰ নিচিনা। তাৰ গন্ধও বিষ্ঠাৰ গন্ধত কৈ কম নহয়। ই দাঁতৰ গুৰিত লাগি থাকে। কিছুমান দিন দাঁতন নকৰিলেই ই তৰপে তৰপে দাঁতত লাগি ইমান দাঠ হয় যে দাঁত আৰু ইয়াৰ পাৰ্থক্য চিনিব নোৱাৰি। দাঁতৰ মাজত সোমাই থকা ভাত অগ্নাত কৈ ই কোনো গুণে কম অপকাৰী নহয়। ই সকলোত কৈ বিষময়। লৰাই শৌচ কৰি পানী নলসে তাক উপযুক্ত পুত্ৰ নহয় বুলি ভাবা কিন্তু ৰাতি পুৱা উঠিয়ে সবাই দাঁতন নকৰাকৈ বাহিৰ হলে তাক দেখোঁ কোনো কথাই নোকোৱা? দাঁতৰ

গুৰিত লাগি থকা এই বিষবোৰ আহাৰৰ লগত পুনৰায় পেটলৈ গৈ তোমাৰ পিণ্ডৰ মাসিকৰ পিণ্ড দেখোঁ। তোমাৰ পিণ্ডকৈ আগ বঢ়াব। শৌচ কৰি পানী লবলৈ আমি বাধা নিদিওঁ, কিন্তু শৌচ কৰি যি কাৰণে পানী লব দিয়া দাঁতনও সেই কাৰণে কৰিব নিদিয়া কিয় ?

দাঁতৰ মাজত সোমাই পচি থকা ভাত আঞ্জায় আৰু উপৰত কোৱা মলে দাঁতৰ গুৰিত লাহে লাহে ঘাব সৃষ্টি কৰে। আৰু দাঁতৰ গুৰিৰ বাঁধ ঢিলা কৰি দিয়ে। লাহে লাহে দাঁতৰ গুৰিয়েদি তেজ পূঁজ ওলায়—দাঁত সৰি পৰে। দাঁতৰ গুৰিৰ মলিয়ে দাঁত কেতিয়া বেয়া কৰে কব নোৱাৰি। সি ধীৰে সুস্থিৰে অজ্ঞাতসাৰে বেয়া কৰে। যেতিয়া আমাৰ বোধগম্য হয় তেতিয়াহে আমি বেয়া কৰা বুলি জানিব পাৰোঁ। কিন্তু এবাৰ বেয়া হলে তাক ভাল কৰা টান। কাৰণ, মুখ খোৱাৰ যন্ত্ৰ, ঘা শুকাবলৈ দুই চাৰি দিন বা দুই চাৰি মাহলৈ ব্যৱহাৰ নকৰাকৈ বন্ধ ৰাখিব নোৱাৰি। যতবাৰ খোৱা যায় তত বাৰেই ঘা নতুন হয় সি শুকাবৰ অবসৰ নাপায়। সেই নিমিত্তে যাতে দাঁতৰ বেমাৰ হব নোৱাৰে তাৰ বাবে সকলে পৰা যত্নবান হোৱা উচিত।

অনেকে তৰ্ক কৰিব পাৰে—"গৰুয়ে গাঁহ খায়, তাৰ দাঁত আপোনা আপুনি পৰিষ্কাৰ থাকে। সি কেতিয়াও দাঁত পৰিষ্কাৰ ৰখাৰ নিমিত্তে যত্ন নকৰে। মানুহেনো দাঁত পৰিষ্কাৰৰ নিমিত্তে কিয় যত্ন কৰিব লাগে ? মলৰ পৰা দাঁতৰ বেমাৰ নহয়, ই স্বাভাবিক বেমাৰ। যাৰ হব তাৰ হবই আৰু যাৰ নহব তাৰ

নহ্বই”। আমি কওঁ মানুহ আৰু গৰুৰ শাৰীৰিক গঠন একে নহয়, হলে মানুহ আৰু গৰু দুই প্ৰকাৰৰ জীব নহল হেঁতেন। শাৰীৰিক গঠন ভাল কাৰণে গৰুৰ দাঁত আপোনা আপুনি পৰিষ্কাৰ থাকিব পাৰে অথবা ঘাঁহ বন কঠিন বস্তু চোৱাই খোৱাৰ নিমিত্তেও হব পাৰে। গৰুয়ে স্বভাৱৰ বাহিৰে যোৱা নাই, সেই নিমিত্তে স্বভাৱেও তাক এৰি দিয়া নাই। মানুহে স্বভাৱৰ বাহিৰে গৈছে, স্বভাৱক তুচ্ছ তাচ্ছিল্য কৰি উৰুৱাই দিছে, চোবাই খাব লগা কঠিন বস্তুক সিজাই ঝোল কৰি পি খাইছে, পি খাব লগা বস্তুক পগাই ঘন কৰি চেলেকি খাইছে, গতিকে স্বভাৱেও তাক কাণত ধৰি ঘুৰাই নাকে খট দিয়াইছে। কঠিন বস্তু চোবাই খালে যে দাঁত আপোনা আপুনি পৰিষ্কাৰ হয় ই কথা বোধ কৰোঁ কাকো বুজায় দিব নালাগিব। সিজাই মলমৰ নিচিনা নৰম কৰি বস্তু খালে দাঁত পৰিষ্কাৰ নহয়; বৰং মলমৰ নিচিনা বস্তু সহজে দাঁতৰ মাজত আৰু মাড়িত লাগি জমি থাকিব পাৰে। সেই নিমিত্তেই খোৱাৰ পিছত যাতে কোন ৰকমৰ বস্তু দাঁতৰ মাজত ও মাড়িত সোমাই বা লাগি থাকিব নোৱাৰে তাৰ বাবে যত্ন লব লৈ লৰা ছোৱালীক সৰুৰে পৰা শিক্ষা দিব লাগে। মনৰ দুখত উন্মত্ত হৈ হঠাৎ গলত চুৰি বা জৰি দি মৰি গলেই যে আত্মহত্যা কৰা হয় এনে নহয়; জানি শুনি লাহে লাহে শৰীৰ ধংশ হব দিলেও আত্মহত্যাৰ পাপভাগী হব লাগে।

যোনে শৰীৰ তত্ত্ববিদৰ কথা শুনিব মাস্তি নহয়—যোনে মলৰ পৰা দাঁত বেয়া হোৱা বিশ্বাস নকৰে—যাৰ জ্ঞান বিজ্ঞানত অধি-

কাৰ নাই, তেওঁ লোকৰ ওচৰত এই বোৰ কথাৰ মূল্য নাই। তেওঁলোকে কব "সাতকাল বুড়ীৰ তটত ঘৰ এতিয়া বুড়ী বঠিয়া ধৰ।" আমিও কওঁ তেওঁলোকৰ মুখত এনেকুৱা কথা অসম্ভৱ নহয়। কিন্তু আমি দেখিছোঁ তেওঁলোকে ধৰ্ম্মৰ নিমিত্তে গা ধোৱে, শৌচ কৰি মাটি পানী লয়, তেজ পূঁজকও ঘৃণা কৰে। সুধিব পাৰোঁনে তেওঁ লোকৰ দাঁতৰ মল, তেজ পূঁজ, শৌচ পেচাবতকৈ কি গুণত কম? শৌচ পেচাবৰ দুৱাৰেৰে ময়লা ওলায়, মুখেৰে খোৱা বস্তু পেটলৈ সোমায়। খোৱা বস্তু পেটলৈ যাওঁতে মুখৰ লাল, তেজ পূঁজ আৰু দাঁতৰ মল দিঙ্গিয়াই যায় নে? দাঁতৰ মলৰ গন্ধৰ ওচৰত শৌচৰ গন্ধে স্থান পায় নে? কোনো কোনো মনুহৰ মুখৰ গন্ধত মানুহৰ মুৰ ঘুৰায় কিন্তু শৌচৰ গন্ধত মুৰ নুঘুৰায়, ইও বোধ কৰোঁ তেওঁলোকৰ অবিদিত নাই। যি খাদ্য ভালকৈ সুস্বাদ, পবিত্ৰ আৰু ঘিণ নলগাকৈ প্ৰস্তুত কৰাত ইমান যত্ন, সেই খাদ্য মুখ নামক নৰক কুণ্ডত সোমায়ে যদি এনেকুৱা দশাত পৰে তেন্তে ইয়াতকৈ পৰিতাপৰ বিষয় আৰু কি হব পাৰে? যি পবিত্ৰতা, যি ধৰ্ম্ম ৰক্ষাৰ নিমিত্তে ইমান যত্ন সি ক'ত গ'ল? নিজৰ গাৰ ঘাৰ পৰা পূঁজ ওলালে তাকো তেওঁলোকে ঘৃণা কৰে। সেই পূঁজক নিজৰ গাৰ পূঁজ বুলি আহাৰৰ লগত খাব ভাল নাপায় আৰু পবিত্ৰ বুলি নাভাবে। এনেকি সেই পূঁজ লগা হাত খন পৰ্য্যন্ত খুব ভালকৈ ধুইহে সেই হাতেৰে কোনো বস্তু খায়। তেওঁলোকৰ দাঁতৰ গুৰিৰ পৰা ওলোৱা পূঁজ জানো সেই একেই পূঁজ নহয়?

সেই পুঁজে জ্বালো খোৱা বস্তুৰ লগত ভিতৰলৈ গৈ পেটৰ অসুখ নকৰে? ডাক্তাৰ সকলে কয় যে, এই পুঁজ স্বাস্থ্যৰ পক্ষে অতি বিষময়, তাৰ পৰা হৰেক ৰকমৰ ৰোগৰ সৃষ্টি হয়। আমি কওঁ ধাৰ্ম্মিকৰ পক্ষে বাহি গাৰে খোৱা—তেজ পুঁজ খোৱাৰ তুলনাত ডাঙৰ পাপ নহয়। কি ধাৰ্ম্মিক, কি অধাৰ্ম্মিক সকলোৱে যে দাঁত পৰিষ্কাৰ ৰাখিব লাগে তাত আৰু তিল মাত্ৰও সন্দেহ নাই।

দাঁত ৰাতিপুৱা এবাৰ পৰিষ্কাৰ কৰিব লাগে সেয়ে হলে ৰাতি ওলাই দাঁতৰ গুৰিত লাগি থকা মল আৰু তাত থাকিব নোৱাৰে। যতবাৰে খোৱা যায় তত বাৰে দাঁতৰ মাজত সোমোৱা আহাৰৰ কণা আদি উলিয়াই ধুব লাগে। ৰাতি খোৱাৰ পিছত দাঁত ভালকৈ দাঁতন কৰি শুব লাগে। এইবাৰ দাঁতন কৰাৰ পিছত আৰু কোনো বস্তুই খাব নালাগে।

দাঁতন কৰিবলৈ আজি কালি নানা প্ৰকাৰ দৰব বাহিৰ হৈছে। যাৰ দাঁত এবাৰ বেয়া হৈছে তাৰ নিমিত্তে সেইবোৰ দৰব, যাৰ ভালে আছে তাৰ নিমিত্তে নহয়। সৰা, নিম, বকুলাদিৰ ঠানিৰে সকলো অবস্থাতে দাঁতন কৰিলে বিশেষ ফল পোৱা যায়। ব্ৰাচেৰে দাঁতন কৰিলে দাঁতৰ মাজ আৰু মাড়িৰ চেপ ভালকৈ পৰিষ্কাৰ নহয়। দাতৰ বৰাবৰে লম্বালম্বিকৈ যিহেৰে দাঁতন কৰিব পাৰি সেই দাঁতন হে ভাল আৰু ভেতিয়া হলে দুই দাঁতৰ মাজৰ ঠাইৰ মলও এৰিব। যি বস্তুয়ে দাঁতৰ মাড়ি কাটিব পাৰে সেই বস্তুৰে কেতিয়াও দাঁতন কৰা উচিত নহয়।

নখ সম্বন্ধে বেছি যথা কোৱাৰ প্ৰয়োজন নাই। নখ পেটৰ ভিতৰলৈ গলে জীৰ্ণ নগৈ পেটৰ অসুখ কৰে এই কথা বোধ কৰোঁ। প্ৰায় মানুহেই জানে। নখৰ ভিতৰত যে কত ৰকমৰ মল সোমায় তাকো বহলাই কোৱা নিষ্প্ৰয়োজন। সংক্ষেপে কব গলে কব পাৰি যে—ই, শৌচ, পেচাব, নাকৰ মল, কাণৰ মল, দাঁতৰ মল, ঘাম আৰু পৃথিবীৰ অইন অইন যাবতীয় ময়লাৰ ভৰাল। যোনে হাতেৰে খোৱা বস্তু লাৰে তাৰ নখ যে পৰিষ্কাৰ থাকিব লাগে তাকো কোৱা বাহুল্য মাত্ৰ। শৌচৰ পিছত হাতৰ তলিত, ভৰিৰ তলিত মল লাগি থকা বুলি খুব হিচাব মতে মাটিপানী যি কাৰণত লোৱা হয় নখও সেই কাৰণত যত্ন সহকাৰে পৰিষ্কাৰ ৰাখিব লাগে।

---

# সমাজ।

১

এজনৰ জীৱনত কৰা আটাইবোৰ কামৰ বিবৰণ গোট খুৱাই কিতাপ আকাৰে লিখি উলিয়ালে তাক সেইজন মানুহৰ জীৱনী বা জীৱন চৰিত বোলে। তেনেকৈ এখন সমাজে কৰা আটাই-বোৰ কামৰ বিবৰণ লগ লগুৱাই কিতাপ আকাৰে লিখি উলিয়ালে তাক সেই সমাজৰ ইতিহাস বোলে। জীৱনী ব্যক্তি বিশেষৰ ইতিহাস, ইতিহাস সমাজ বিশেষৰ জীৱনী মাত্ৰ। বহু মানুহ লগ লাগি এখন সমাজ হয়, সমাজৰ পৰা এজন এজনকৈ বাদ দিলে সমাজ নোহোৱা হয়। সমাজৰ উন্নতি বা অৱনতি হৈছে বুলিলে বুজিব লাগিব সেই সমাজৰ গোটেই বিলাক মানুহ বা তাৰ বেছি ভাগ মানুহৰে উন্নতি কি অৱনতি হৈছে। সমাজেহে মানুহ তৈয়াৰ কৰে—মানুহেৰে হে সমাজ গঠিত হয়। অৰ্থাৎ ভাল সমাজত গৈ যি মানুহ লগ লাগে বা জন্মে সিও ভাল হয়। আৰু কোনো সমাজত দুই চাৰিজন ভাল মানুহ থাকিলেহে সেই সমাজ ভাল হয়। মানুহ বাদ দি সমাজ নহয়—সমাজ বুলিলে বুজিব লাগিব তাত মানুহ আছেই। গতিকে দেখা যায় যে, মানুহৰ নাম সমাজ বা সমাজৰ নাম মানুহ। প্ৰভেদ এই—সমাজ বুলিলে দলবদ্ধ মানুহক বুজায়—মানুহ বুলিলে দলৰ বা দলৰ বাহিৰৰ প্ৰত্যেক জন মানুহক

বুজায়। এটি এটি কৈ বন্ধা কবিৰ পাত বাদ দিলে বন্ধা কবিৰ অস্তিত্ব লোপ হয়—এটি এটিকৈ পাত যোগ হৈয়েহে কবি। কবিৰ এটিপাত ধুনীয়া নহয়, কিন্তু বহু পাত লগ লাগি হোৱা কবিটি দেখিবলৈ ধুনীয়া হয়। কবিৰ এটি পাতেৰে প্ৰহাৰ কৰিলে মানুহ নমৰে কিন্তু এটি কবিৰে প্ৰহাৰ কৰিলে মানুহ কিয় গৰু ও মৰিব পাৰে। কবিৰ এটি পাত নগণ্য কিন্তু এটি কবিৰে দহ জনৰ আজ্ঞা হয়। সমাজ আৰু মানুহৰ কথাও তদ্ৰূপ। এজন মানুহৰ কোন ক্ষমতাই নাই কিন্তু বহু মানুহ লগ হলে অত্যন্ত ক্ষমতাশালী সমাজ হয়। যি কাম এজন মানুহৰ পক্ষে কৰা অসম্ভব সেই কাম এখন সমাজৰ পক্ষে একোৱে নহয়। এই বোৰ নতুন কথা নহয়। আমাৰ পূৰ্ব্বে পুৰুষ সকলে কবলৈ কোন কথাই বাকী এৰা নাই। "দহোটাৰ লাঠি একজনৰ বোজা।" "দহে নথ জকাৰিলে নদী হয়।" ইত্যাদি বাক্যৰ দ্বাৰাও ইয়াকেহে বুজা যায়। "অমুক সমাজ ভাল" মানে, সেই সমাজৰ আটাই বিলাক নহলেও অধিক সংখ্যক মানুহকে ভাল বুলি ধৰিব লাগিব। "অমুক গাঁও ভাল" মানে, সেই গাঁওৰ আটাইবোৰ নহলেও বেছি সংখ্যক মানুহে ভাল। আৰু "অমুক ঘৰ ভাল" বুলিলে বুজিব লাগিব যে সেই ঘৰৰ বা বংশৰ আটাই বিলাক মানুহ ভাল নহলেও বেছিভাগ মানুহেই ভাল।

মানুহ সমাজ-প্ৰিয় জীব। ই সমাজ ব্যতিৰেকে থাকিব নোৱাৰে। প্ৰত্যেক মানুহৰ স্বভাব, চৰিত্ৰ, বিদ্যা-বুদ্ধি এক ধৰণৰ নহয়। এজনৰ লগত আন এজনৰ মিল নাই, অথচ

এজনে আন এজনৰ লগত লগ নোহাৱা কৰি থাকিবও নোৱাৰে। সেই নিমিত্তেই মানুহে একত্রহৈ একে গাঁওত ঘৰ বান্ধি থাকে। একে গাঁওত থকা মানুহৰ ভিতৰত যেনেকৈ পৰস্পৰৰ প্রতি পৰস্পৰৰ সদ্ভাব দেখা যায় তেনেকৈ হাই কাজিয়া, মৰা মৰি, কটাকটিও দেখা যায়। ভিন্ পাৰা বা গাঁওৰ ভিতৰত সদ্ভাব যেনে কম অসদ্ভাবও তেনেকৈ কম। বৰ্ত্তমানে আমাৰ গাঁওলীয়া সমাজত বিভিন্ন গাঁওৰ ভিতৰত বৰং কিছু সদ্ভাব দেখা যায় কিন্তু একেগাওঁৰ মানুহৰ ভিতৰত সদ্ভাবত কৈ অসদ্ভাব বৰ বেছি দেখা যায়। এই সদ্ভাব বা অসদ্ভাবৰ মূলত কি? কি কাৰণেই বা মানুহ সমাজ পাতি লগ হৈ থাকে আৰু কি কাৰণেই বা পৰস্পৰৰ ভিতৰত মৰামৰি কৰে? একেটি বস্তুই বা কি কাৰণে এক সময়ত হিতকৰ আৰু অইন সময়ত অহিতকৰ বুলি বিবেচিত হয়? অলপ দ' কৈ গমি চালে বুজা যায় স্বাৰ্থই ইয়াৰ মূল। স্বাৰ্থৰ নিমিত্তেই মানুহ লগহৈ সমাজ পাতি থাকে-স্বাৰ্থৰ নিমিত্তেই পৰস্পৰৰ ভিতৰত কটা-কটি কৰি মৰে। তুমি মানুহ, এজন মানুহ। বিধাতাই এজন মানুহক যিমান শক্তি দিব লাগে তিমান শক্তিহে তোমাক দিছে। তুমি এজন মানুহৰ লগত যুদ্ধ কৰি টিকিব পাৰিব পাৰা কিন্তু বাঘ কি ভালুকৰ লগত পানিবৰ নহয়। কাৰণ, বাঘ বা ভালুকক দিয়া শক্তি বিধাতাই তোমাক দিয়া নাই। আৰু সেই নিমিত্তেই তুমি বাঘ বা ভালুকতকৈ পৃথক শ্রেণীৰ জীব। তুমি খেতিয়ক—ধান, চাউল, মাহ সৰিয়হে তোমাৰ ভৰাল ভৰি

থাকিব পাৰে কিন্তু কিন্তু তুমি ডাক্তাৰ নোহোৱা। বিধাতাই তোমাক ডাক্তাৰী ওকালতি, শিল্প বাণিজ্য, আটাইবোৰ বিদ্যাত পণ্ডিত কৰি পঠিয়োৱা নাই। আৰু সেই নিমিত্তেই তুমি মানুহ, নহলে কোনবা দিনাই তুমি বিধাতাৰ ৰাজ্যভাৰ কাঢ়ি ললা হেতেন। মোৰ নাদত পানী থাকিব পাৰে কিন্তু তোমাৰ ঘৰৰ পৰা মাছ, ৰামৰ ঘৰৰ পৰা জুই আৰু শ্যামৰ ঘৰৰ পৰা তেল লোণ নানিলে মোৰ ৰন্ধন কাৰ্য্য অচল। আৰু সেই নিমিত্তেই মই সমস্ত ঐশ্বৰ্য্যৰ অধিপতি কুবেৰ নহৈ সাধাৰণ মানুহ বুলি পৰিচিত হৈছোঁ। মোৰ যি আছে সি তোমাৰ নাই। তোমাৰ আবশ্যকীয় বস্তু মোৰ ঘৰত আছে—মোৰ আবশ্যকীয় বস্তু তোমাৰ ঘৰত আছে। তোমাৰ শৰীৰত থকা শক্তিৰে দাঙ্গি তোমাৰ ঘৰৰ চাঁল খন তুলিব নোৱাৰা, মোৰ শৰীৰ শক্তি খিনিও তোমাৰ শক্তি খিনিৰ লগত যোগ দিলেহে চাল খুটাৰ কাণত উঠে—নহলে ৰ'দত শুকোৱা বৰষুণত তিতা ভিন্ন তোমাৰ গত্যন্তৰ নাই। তোমাৰ মনত যি দুখৰ উদয় হৈছে তাক মোৰ আগত কৈহে তুমি সুখ পোৱা নহলে সেই সুখৰ কোনো অৰ্থ নাই। তুমি চৰ্ব্ব্য, শোষ্য, লেহ্য, পেয় দি আকণ্ঠ পুৰি খাব পাইছা আৰু মই শাকান্ন এমুঠিও পোৱা নাই; এই কথা উভয়ৰ জনা আছে। সেই নিমিত্তেই তুমি চৰ্ব্ব্য, শোষ্য, লেহ্য পেয় খাই সুখ পাইছা আৰু মই শাকান্নও নাপাই দুখ পাইছোঁ। দুয়ো জনাকে একে সমাজকে নথকা হলে এই সুখ দুখ আমি উভয়ে বুজিব নোৱাৰিলোঁ হেতেন। মই সুস্থ শৰীৰী হৈও এক মাইল বাট

যাতায়াতৰ নিমিত্তে মটৰ গাড়ীত উঠি তুমি লেঙ্গাৰাৰ গাৰ ওচৰেদি ভোঁ কৰি গলোঁ। আৰু আহিলোঁ। কিন্তু তুমি লেঙ্গেৰাই, লেঙ্গেৰাই লেঙ্গেৰাই দহ মাইল যাব লাগিব, নগলে নহয়। মই মটৰত এ মাইল অহা যোৱা কৰি যি সুখ পাইছোঁ তাৰ মূলতও তুমি। তুমি লেঙ্গেৰাই, লেঙ্গেৰাই লেঙ্গেৰাই দহ মাইল যাব নলগা হলে আৰু মই এই কথা নজনা হলে, মটৰ যানৰ সুখ মই নাপালোঁ। হেতেন। তুমিও মোৰ কথা নজনা হলে আৰু পৃথিবীৰ আটাই বিলাক মানুহক তোমাৰ নিচিনা লেঙ্গাৰাই লেঙ্গাৰাই ফুৰা ভিন্ন অইন উপায়ে ফুৰা নেদেখা হলে লেঙ্গাৰাই ফুৰাত তোমাৰ দুখ নহল হেতেন। আজি আমি উভয়ে এক সমাজত আছোঁ আৰু পৰস্পৰে পৰস্পৰৰ কথা জানিছোঁ দেখিছে এই সুখ-দুখ অনুভব কৰিব পাৰিছোঁ আৰু পাৰিছা। আমি লগহৈ সমাজ কৰি থকাৰ ইয়ো এটি কাৰণ। তোমাৰ যাতায়াতৰ সুবিধাৰ নিমিত্তে এটি বাট লাগে কিন্তু মোৰ সহায় নহলে সেই বাট হব নোৱাৰে। অথচ মই সেই বাটদি যাতায়াত কৰিলেও তোমাৰ স্বাৰ্থৰ কোনো হানি নহয়, এই নিমিত্তে তুমি বাট বন্ধাত মোক লগ ধৰিছা আৰু ময়ো লগ হৈছোঁ। আৰু সেই নিমিত্তেই এই বিষয়ত উভয়ৰ ভিতৰত সদ্ভাব আছে। পকা আম খাব তুমি যেনেকৈ ভাল পোৱা ময়ো তেনেকৈ ভাল পাওঁ। তোমাৰ বাৰিত আম পকি আছে, মোৰ বাৰিত নাই। তোমাৰ আম তুমি খোৱা, মোক নিদিয়া। ময়ো লোভ সম্বৰণ কৰিব নোৱাৰি চুৰ কৰি বা জোৰ কৰি তোমাৰ বাৰিৰ পৰা আম আনি

খাওঁ, অতএব উভয়ৰ ভিতৰত অসদ্ভাব। মানুহ অসম্পূর্ণ জীব। নিজৰ অসম্পূর্ণতাৰ কাৰণে অকলে নিজৰ স্বার্থ বজায় ৰাখিব নোৱাৰে; আৰু সেই নিমিত্তেই মানুহ মানুহেই-ঈশ্বৰ নহয়। যোনে নিজে অসম্পূর্ণ সি সম্পূর্ণতা বজায় ৰাখিব কেনেকৈ? সমাজ সম্পূর্ণ নহলেও এজনৰ তুলনাত কিছু পৰিমাণে সম্পূর্ণ আৰু সেই নিমিত্তেই মানুহে সমাজৰ আশ্রয় লয়—সমাজ কৰি থাকে। সেই নিমিত্তেই সমাজৰ উন্নতি অবনতিৰ লগে লগে নিজৰ উন্নতি বা অবনতি হয়।

কবি আৰু পাতৰ ভিতৰত পৰস্পৰৰ যি সম্বন্ধ সমাজ আৰু প্রত্যেক মানুহৰ ভিতৰতও পৰস্পৰ সেই সম্বন্ধ। পৰস্পৰক পৰস্পৰৰ পৰা পৃথক কৰিলে একোৱে নাথাকে। মোৰ লগত তোমাৰ অসদ্ভাব সুতৰাং তোমাৰ লৰা ছোৱালী, চাকৰ ভণ্ডাৰী সকলোকে বন্ধ কৰি ৰাখিলা, এনেকি গৰু ছাগলী পর্য্যন্তও মোৰ ঘৰলৈ আহিব নিদিয়া। মোৰ ঘৰৰ বিড়ালীটি পর্য্যন্ত তোমাৰ ঘৰলৈ যাব নিদিয়া। কিন্তু তোমাৰ ফুলনিৰ ফুলৰ গন্ধ যে বায়ুৰ লগত মোৰ ঘৰলৈ আহে আৰু মোৰ ঘৰৰ মাখিয়ে যে ৰোগৰ বীজ লৈ গৈ তোমাৰ বাঢ়ি থোৱা ভাতৰ উপৰত বিতৰণ কৰে তাৰ উপায় কি কৰিছা? যদি এই দুটি বস্তু তোমাৰ আদেশমতে চলাব পৰা তেন্তে তোমাক মোৰ সমাজৰ মানুহ নহয় বুলি স্বীকাৰ কৰাত মোৰ কিঞ্চিত মাত্রও আপত্তি নাই। আমাৰ গাওঁৰ পৰা বজাৰ লৈ ... টিত যদি যাওঁতে বোকাপানী মই পাওঁ, আৰু তুমি যোৱা- ... দ, বাটটি শুকান খট্‌খটীয়া পোৱা তেন্তে

কোনো কথাই নাই—বাট বন্ধা মেলোতও তুমি মোৰ লগ নহবা। গাওঁৰ মাজত পৰি থকা মৰা গৰুটিৰ দুৰ্গন্ধ যদি কেবল মোৰ ঘৰলৈহে আহে—তোমাৰ ঘৰলৈ তোমাৰ আদেশ মতে নাযায় তেন্তে কোনো কথাই নাই—গৰু পোলোৱা কামটি মই অকলে কৰিম। তুমি লগ হব নালাগে। লগালগি ঘৰ হলেও তুমি মোৰ লগত পৃথক, কাজিয়া কৰি এফলীয়া হৈ আছা—এই বুলিয়ে যদি মোৰ ঘৰৰ জুইএ তোমাৰ ঘৰ নুপুৰে—বাৰু! তুমি মোৰ ঘৰৰ জুই নুমাবৰ নিমিত্তে চেষ্টা নকৰিবা। ক'তা? কোনো বিষয়তে দেখোঁ তোমাৰ হাত নাই? মোৰ সুবিধা বা অসুবিধা হলে দেখোঁ তোমাৰ সুবিধা বা অসুবিধা হয়। মোৰ সম্পদ বিপদে দেখোঁ তোমাৰ সম্পদ বিপদ। মোৰ নাৰি অলপ বেগৰে চলিলে দেখোঁ তোমাৰ বুকুত বৰ জাহাজৰ চকৰি মাৰা দিব ধৰে? তথাপি তুমি মোৰ লগত জেদ কৰি পৃথক্ হৈ থাকিবৰ চেষ্টা কৰা কিয়? মোৰ জীবনী বেয়া কৰিব যাওঁতে দেখোঁ সমাজৰ ইতিহাস আৰু লগে লগে তোমাৰ জীবনীও বেয়া হয়? মই আৰু মোৰ নিচিনা সমজুৱা আছে বুলিহে তুমি সমাজৰ নেতা বা মুখিয়াল বুলি বুক ফিন্দাই ফুৰিছা? মই বা মোৰ লগৰ কেইজন নহলে নো তুমি কাৰ নেতা বুলি অহঙ্কাৰ কৰিব পালা হেতেন? কেনেকৈ তুমি দহ ঠাইত ডাঙৰ বুলি মান খাই ফুৰিলা হেতেন? আমি নাম গাইছোঁ বুলিহে দহে তোমাক জানে? নহলে তোমাৰ নিচিনা বহুত মানুহ আছে যাৰ খবৰ কোনেও নাপায়।

সমাজৰ স্বাস্থ্যই তোমাৰ স্বাস্থ্য, সমাজৰ উন্নতিয়ে তোমাৰ উন্নতি, সমাজৰ ইতিহাস ভাল মানে তোমাৰ জীবনী ভাল। সমাজ আছে বুলিয়ে তুমি সুখ দুখ তুলনা কৰিব পাৰিছা আৰু সেই অনুসাৰে সুখী বা দুখী হৈছা; সুতৰাং সদায় সমাজৰ উন্নতিৰ নিমিত্তে তোমাৰ চেষ্টা কৰ উচিত। সমাজ বাদ দি তোমাৰ অস্তিত্ব বুজাবৰ কোনো উপায় নাই। সমাজৰ লগত মত নিমিলে বুলি আজি তুমি একলীয়া হৈ থাকিলা, সমাজৰ কোনো কামতে যোগ নিদিয়া কিন্তু সেই বুলিয়ে দেখোঁ কলেৰা, ম্যালেৰিয়াই তোমাক বাদ নিদিয়ে? তুমি হাজাৰো চিয়ৰি চিয়ৰি সমাজৰ পৰা পৃথক বুলি কৈছা কিন্তু সিহঁতে দেখোঁ নুশুনে? তোমাৰ ভাগত যিখিনি পৰিব লগীয়া সেই খিনি দেখোঁ সহস্ৰ হাক বাধা সত্ত্বেও সি নিদিয়াকৈ নাথাকে? সি দেখোঁ তোমাৰ কাণত ধৰি কৈ গ'ল—"তুমি সমাজৰ লগত অবিভাজ্য, তুমি মনে মনে পৃথক হৈ থকা বুলি ভাবিব পাৰা কিন্তু প্ৰকৃত প্ৰস্তাৱে সমাজৰ লগত পৃথক হৈ থকা কথাটি অসম্ভব।"

---

# সমাজ।

( ২ )

আমাৰ দেশৰ হিন্দু মানুহ থকা প্ৰত্যেক গাওঁতে এটি, দুটি বা ততোধিক খেল আছে আৰু প্ৰত্যেক খেলৰে এটা এটা নামঘৰ বা কীৰ্ত্তন ঘৰ আছে—য'ত সেই সেই খেলৰ মানুহে নাম কীৰ্ত্তনাদি ৰাজহুৱা কাম কৰে। তেনেকৈ মুচলমান থকা গাওঁতও খেল আছে আৰু প্ৰত্যেক খেলোৰে মস্‌জিদ্ আছে। সেই মস্‌জিদত তেওঁলোকৰ কোৰাণ পাঠ, নামাজ পঢ়া আদি ধৰ্ম্ম কাৰ্য্যৰ অনুষ্ঠান হয়। এনেকুৱা গাওঁ এখন নাই, য'ত এনেকুৱা নামঘৰ, কীৰ্ত্তন-ঘৰ বা মস্‌জিদ্ নাই। আগৰ দিনত এই ঘৰ বোৰত নাম, কীৰ্ত্তন, হোম, তিথি পৰ্ব্ব, পূজা পাতলাদি ধৰ্ম্ম-কাৰ্য্যৰ অনুষ্ঠান হৈছিল, গতিকে ইয়াক ধৰ্ম্ম-ঘৰ বুলিছিল। এই ঘৰতে বাদ-অপবাদ, দেনা-পাওনা, মৰামৰি আদি আদালত সম্বন্ধীয় বিষয় বিলাকৰ বিচাৰ হৈছিল; গতিকে ইয়াক আদালত বা ধৰ্ম্মাধিকৰণ বুলিবও পৰা গৈছিল। বাট ঘাট, পানী আদিৰ বন্দোবস্তও এই ঘৰ বোৰৰ পৰা হৈছিল আৰু সেই নিমিত্তে এই ঘৰবোৰ স্বাস্থ্য বিভাগৰ অফিচ ঘৰ স্বৰূপ আছিল। ত ৰ' ছোৱালীক উপযুক্ত শিক্ষা দিবৰ বন্দোবস্তও এই ঘৰ বোৰৰ পৰাই হৈছিল। এনেকুৱা কোন বিষয় নাছিল যাৰ মীমাংসা তাত হোৱা নাছিল। 'এই নাম ঘৰেই গাওঁৰ

পাৰ্লিয়ামেণ্ট স্বৰূপ আছিল বুলিলেও অত্যুক্তি নহয়। এই খবৰ পৰা হোৱা হুকুমৰ বিৰুদ্ধে কোনেও এখোজ ইপিনি সিপিনে যাব নোৱাৰিছিল। কালৰ গতিত এতিয়া কি হইছে? অযোধ্যা আছে ৰাম নাই—ডিমা আছে কুসুম নাই—বাকলি আছে সাহ নাই—বৃন্দাবন আছে কৃষ্ণ নাই—বাঁহী আছে তাৰ সুললিত ধ্বনি নাই। প্ৰত্যেক গাওঁতে নামঘৰ, কীৰ্ত্তন ঘৰ, মসজিদ আছে কিন্তু সেই সমজুবা নাই। যোনে সেই ঘৰ বোৰত বহি ধৰ্ম্মৰ খাতিৰে নাম হোম কৰিছিল, গাওঁলীয়াৰ স্বাস্থ্য ৰক্ষাৰ অৰ্থে নিঃস্বাৰ্থভাবে বাট ঘাট, নাদ পুখুৰীৰ বন্দোবস্ত কৰিছিল, সমাজত শান্তি ৰক্ষাৰ কাৰণে দেনা পাওনা, মৰামৰি, হাই কাজিয়াৰ নিৰপেক্ষ বিচাৰ কৰিছিল, সমাজক শিক্ষা দিবৰ কাৰণ স্কুল, টোল কৰিছিল সেই উদাৰচেতা, ধৰ্ম্মভীৰু, সবল প্ৰকৃতিৰ নিৰপেক্ষ পুৰুষ সকল নাই। তেওঁলোক নাই কিন্তু পদচিহ্ন আছে—পদচিহ্ন আছে কিন্তু অনুসৰণ কৰোঁতা নাই। নামঘৰ, কীৰ্ত্তন ঘৰ, মস্‌জিদ্ বান্ধোতা, গাওঁত একতা স্থাপন কৰোঁতা নাই—আছে গাওঁ দলাদলি কৰি সমাজ-বন্ধন ভাঙ্গোতা-এই ঘৰ বোৰৰ খেৰ দাল দাল কৰি ভগাই নিওঁতা। পানীৰ নিমিত্তে পুখুৰী খান্দোঁতাৰ অভাব—কিন্তু পূৰ্ব্ব পুৰুষে খান্দা পুখুৰীত শৌচ কৰি ব্যবহাৰৰ অযোগ্য কৰা বংশধৰৰ অভাব নাই। বাইজৰ যাতায়াতৰ সুবিধাৰ নিমিত্তে বাট বন্ধা মানুহ দেখিবলৈ নাই—কিন্তু আজা পিতাই বান্ধি যোৱা আৰু বংশধৰ সকলৰ অসমৰ্থতা হেতু জঙ্গল হোৱা বাটত কবুলা দি পাট্টা কৰি

সওঁতা পুৰুষৰ আদিও নাই, অন্তও নাই। একদলে মগজ খটাই, টকা খৰচ কৰি, মূৰৰ ঘাম মাটিত পেলাই বাট বান্ধি থৈ গৈছে; এতিয়া সেই দলৰ বংশধৰেই আঙুল আঙুল কৰি চেপি বাটৰ মাটি বেৰৰ ভিতৰ কৰি লৈ বাট বান্ধ প্ৰায় কৰিছে। আগৰ দলে বাটত মাটি দিছিল, এতিয়াৰ দলে বাটৰ পৰা মাটি খান্দি নিয়ে। এদলে পুখুৰীৰ পৰা জাবৰ মাটি তুলিছিল, আজিৰ দলে তাত জাবৰ মাটি, ময়লা, মৰা শ আদি পেলায়। এদলে ঘৰৰ কথা ঘৰতে বিচাৰ কৰি মান-ইজ্জত, শান্তি-সম্ভাব, ৰক্ষা কৰিছিল, আজিৰ দলে যোনে নিজকে নিজে শিক্ষিত বুলি ভাবে—সেই দলে, ঘৰৰ হাই-কাজিয়া, বাদ-বিবাদ সকলোকে বাহিৰত প্ৰকাশ কৰি, পৰৰ দ্বাৰাই বিচাৰ কৰাই নিজৰ কাপোৰ উদঙাই পৰক দেখুৱাকে বীৰত্বৰ কাম বুলি ভাবিছে। কি হল? আচল কথাটো কি? দুই দলৰ ভিতৰত কোনোবাটি নিশ্চয় পগলা। পাঠক! আপুনি শিক্ষিত, জনা বুজা মানুহ গতিকে ইয়াৰ বিচাৰৰ ভাৰ আপোনাৰ হাতত দিয়া হল।

নাম ঘৰত বহি নাম হোম কৰিছিল, দেনা পাওনা বিচাৰ কৰি সমাজত শান্তি ৰক্ষা কৰিছিল, বাট পথ বান্ধি যাতায়াতৰ সুবিধা কৰিছিল, নাদ পুখুৰী খান্দি ভাল পানী খাইছিল কিন্তু তেওঁলোক দেখোঁ বৰ দুখত নাছিল? আমাৰ নিচিনা কোন বিষয়ে দেখোঁ পৰমুখাপেক্ষী নাছিল? নিজৰ কাম নিজে কৰি লৈ মনুষ্যত্বৰ সম্পূৰ্ণ বিকাশ দেখুৱাইছিল। আজিৰ দলৰ নিচিনা—বাট লাগে, দে দৰখাস্ত লোকেল বোৰ্ডত; পানী খাবৰ

পুখুৰী নাই—দে দৰখাস্ত লোকেল বোর্ডত; গিৰিয়েক ঘৈণীয়েকৰ কাজিয়া মীমাংসা কৰিব লাগে—দে দৰখাস্ত আদালতত; স্কুল লাগে, কলেজ লাগে—দে দৰখাস্ত গবর্ণমেণ্টত; এনেকুৱা নাছিল। আমাৰ পুৰাণ শাস্ত্ৰ আৰু ইতিহাসত দুই এজন চিৰ কুমাৰৰ নাম শুনা যায়—চিৰ বালকৰ দেখোঁ নাম শুনা নাযায়? আজি কালি আমাৰ জননী সকলে যি সকলক জন্ম দিয়ে তেওঁ-লোক কি চিৰ নাবালক? তেওঁলোকৰ যাবতীয় কাম লোকেল বোর্ড কি গবর্ণমেণ্টে কৰি নেদিলে তেওঁলোকে নিজে নিজে কৰি লব নোৱাৰে কিয়? নানা ৰকমৰ কাকুতি মিনতি কৰি বোর্ডত দৰখাস্ত দিব জনাৰ নাম শিক্ষা নহয়। যোনে নিজকে নিজে চিনি পাইছে, নিজৰ আত্মবল বুজিছে, নিজৰ স্বত্ব জানিব পাৰিছে, তাকেহে শিক্ষিত বোলে। নিজে আর্জ্জি খাম, পৰকও খুৱাম; পৰৰ মুখাপেক্ষী নহম, এইয়েই পুৰুষৰ ভাব। পৰৰ উপকাৰ কৰিম,প্ৰত্যুপকাৰৰ আশা নকৰোঁ, মানুহ যেনেকৈ থাকে তেনেকৈ থাকিম, মানুহ মানুহেই পশু নহয়; এই ভাব হোৱাকেই আত্ম পৰিচয় হোৱা বোলে। মানুহে যি কৰে—মানুহে তাকে কৰিব পাৰে; এইভাব হোৱাৰ নাম বাহুবল পৰিচয়।

হে শিক্ষাভিমানী পাঠক। তুমি সেই স্বনামধন্য, স্বাধীনচেতা সমাজপ্ৰিয়, আত্মাভিমানী, বাহুবলজ্ঞ, সবলতাৰ প্ৰতিমূর্ত্তি, নিঃস্বার্থ কর্ম্মবীৰ সকলৰ বংশধৰ নোহোৱানে? তুমি দেখোঁ বেছি পৰিশ্ৰম কৰিব নালাগে, বেছি মূৰ ঘামাব নালাগে।

তোমাৰ নিমিত্তে তেখেত সকলে সোনৰ জখলা তৈয়াৰ কৰি থৈ গৈছে; তুমি কেবল উঠিব পাৰিব লাগে। চকু মেলি চোৱা. পৰৰ পিনে নাচাবা, দূৰলৈও নাচাবা, তোমাৰ নিজৰ পিনে চোৱা। যাৰ চৰিত্ৰ নিষ্কলঙ্ক চন্দ্ৰৰ নিচিনা পবিত্ৰ আছিল, যোনে ৰাম নহলেও সমাজত ৰামৰ স্থান অধিকাৰ কৰি নিজ সমাজক অযোধ্যাত পৰিণত কৰিছিল—কৃষ্ণ নহলেও যাৰ সুললিত সুমিষ্ট বাক্যত সমাজ পুলকিতহৈ আছিল, সেই মহাপুৰুষৰ বংশধৰ তুমি। তুমি আজি নামৰ নিমিত্তে, সুখ্যাতিৰ নিমিত্তে, সুখৰ নিমিত্তে, পৰৰ মুখৰ পিনে চাই আছা কিয়? পিতৃ পিতামহৰ বাটে বাট ধৰা, নিজে ধন্য ধন্য হোৱা, সমাজক ধন্য কৰা, পৃথিবী জয় জোকাৰত পূৰ্ণ হ'ক। সমাজ গঠন কৰা। আজি তুমি এই পৃথিবীত অকলে—তোমাৰ নিজৰ বুলিবৰ কোনেও নাই। তোমাক বাঘে খালেও মাতোঁতা নাই। তুমি পৰদত্তা ক্ষমতা পাবৰ নিমিত্তে কিয় ইমান লালায়িত হৈছা? সূৰ্য্যৰ তেজে চন্দ্ৰ তেজিয়ান—সূৰ্য্যৰ অভাবত চন্দ্ৰ নাই। সূৰ্য্য নিজে তেজিয়ান, চন্দ্ৰ নহলে সূৰ্য্যৰ একো নহয়। তুমি চন্দ্ৰ হবৰ নিমিত্তে ভ্ৰান্ত হৈছা কিয়? সূৰ্য্য হবৰ চেষ্টা কৰা। সমাজ যদি তোমাৰ অনুগত হয়—তোমৰ পিচত থাকে, তেন্তে তোমাৰ নাই কি? ডকাইতৰ নেতা নহবা সাধুৰ নেতা হবৰ চেষ্টা কৰা। ঘৰলৈ ফিৰি যোৱা —দেখিবা,তোমাৰ ঘৰ মণিমাণিক্যেৰে ভৰা, শান্তিৰ পবিত্ৰ ধাম।

---

# নীতি-ধৰ্ম্ম।

ঈশ্বৰক আমি চকুৰে দেখা নাপাওঁ, তেওঁ দৰ্শনেন্দ্ৰিয়ৰ অতীত। তেওঁৰ কথা কাণেৰে শুশুনো গতিকে শ্ৰবণেন্দ্ৰিয়োৰও অতীত। নাক মুখ, হাত ভৰিৰে যে তেওঁৰ অস্তিত্ব বুজিব পাৰোঁ তেনেও নহয়। শুনিব পাইছোঁ তেওঁ বোলে জ্ঞান-গোচৰ। আমি জ্ঞানী নহয়, গতিকে সেই সুখৰ পৰা আমি বঞ্চিত। যুক্তি আৰু শাস্ত্ৰৰ পৰা বুজা যায়—যোনে ঈশ্বৰ দেখে সি ফিৰি আহি ঈশ্বৰৰ স্বৰূপ আৰু অস্তিত্বৰ কথা আমৰ আগত প্ৰকাশ নকৰে। কাৰণ, ঈশ্বৰ সৌন্দৰ্য্যময, শান্তিময়, আনন্দধাম। তেওঁৰ দৰ্শন পোৱা জনে সেই সৌন্দৰ্য্য, সেই শান্তি আৰু সেই আনন্দত এনেকৈ মুগ্ধ হয় যে, তেওঁৰ আৰু বাহ্যজ্ঞান নাথাকে। সেই আনন্দময় ভিন্ন যে আৰু কিবা আছে এই কথা এবাৰৰ নিমিত্তেও ভাবিবলৈ তেওঁৰ সময় নাথাকে। তেওঁ য'ৰ পৰা যে ঈশ্বৰ দৰ্শন পালে আৰু যি উপায়েৰে পালে সিও তেওঁৰ স্মৰণ নহয়, হবৰ কোন কাৰণও নাই। তেওঁ ঈশ্বৰৰ বিশ্বস্তুৰ মূৰ্ত্তি দেখি বিমোহিত হৈ থাকে।

যোনে ঈশ্বৰৰ সাক্ষাত হবৰ কোনো সুবিধা পোৱা নাই, অথচ জ্ঞানৰ দ্বাৰা তেওঁৰ অস্তিত্ব আৰু স্বৰূপ অনুভব কৰিব পাৰিছে, সেই সকলোৱেহে লিখা যত বোৰ ধৰ্ম্ম শাস্ত্ৰ। নিজ চকুৰে নেদেখা অথচ জ্ঞান যুক্তিৰ দ্বাৰা ঠিক কৰিব লগা হোৱাৰ

নিমিত্তে পৃথিবীত ইমান বোৰ ধৰ্ম্মশাস্ত্ৰ, ইমান বোৰ ধৰ্ম্ম। আমি চকুৰে জুই দেখিছোঁ, হাতেৰে স্পৰ্শ কৰিও তাৰ শক্তি বুজিছোঁ। এই জুইৰ অস্তিত্ব আৰু ইয়াৰ ক্ৰিয়াদি সম্বন্ধে হিন্দু-মুচলমান, ব্ৰাহ্ম-খৃষ্টিয়ান, শৈব, শাক্ত, জৈন-বৌদ্ধ কাৰো মতভেদ নাই। কাৰণ, ই সকলোৰে ইন্দ্ৰিয় গ্ৰাহ্য বস্তু। ঈশ্বৰ তদ্ৰূপ ইন্দ্ৰিয় গ্ৰাহ্য বস্তু নহয়, সেই নিমিত্তে তেওঁৰ স্বৰূপ আৰু তেওঁক দৰ্শন পাবৰ উপায় সম্বন্ধে মতভেদ আৰু সেই মত ভেদেই ধৰ্ম্মভেদ আৰু সম্প্ৰদায় ভেদৰ কাৰণ। কাৰ কথা সঁচা, কোন বাটেৰে গলে সেই বস্তুৰ দৰ্শন পোৱা যায় নিৰপেক্ষভাৱে ভাবিব গলে কোৱা অসম্ভৱ। তথাপি হিন্দুৱে কয়—"হিন্দুধৰ্ম্ম সকলো ধৰ্ম্মত কৈ শ্ৰেষ্ঠ।" মুচলমানে কয়—"মুচলমান নহলে ঈশ্বৰ দৰ্শন অসম্ভৱ।" খৃষ্টিয়ানে কয়—"যিশু ভিন্ন ত্ৰাণ কৰ্ত্তা নাই।" এনেকুৱা কৈ কোৱাৰ কাৰণ আইন একোৱে নহয়, কেৱল বিশ্বাস। যাৰ যিহকে বিশ্বাস সি তাক সত্য বুলি প্ৰচাৰ কৰে। আৰু এনে অৱস্থাত সত্য বুলি প্ৰকাশ কৰা মানুহৰ স্বাভাৱিক ধৰ্ম্ম। যি সকলে ধৰ্ম্ম প্ৰচাৰ কৰিছিল, যি সকলে লোক সমাজত আনন্দময়ৰ আভাস আনিছিল, সেই সকলে সুন্দৰ কৈ জানিছিল যে, ই নেদেখা বস্তু; নিজৰ মতকে এক মাত্ৰ শুদ্ধ মত বুলি আইনৰ মতক একেবাৰে উকৰাই দিবৰ কোনো তেজাৱান যুক্তি নাই। আৰু সেই নিমিত্তেই সিবিলাকে কোনো ধৰ্ম্মকে নিন্দা নকৰিছিল বৰং প্ৰত্যেক ধৰ্ম্মকে সম্মান কৰিছিল আৰু কৰিব দিছিল।

"বাপেকে পানী খাবলৈ পুখুৰী খান্দে পুতেক পৰি মৰে" এই কথা নিতান্ত অমূলক নহয়। প্রচাৰক সকলে ধৰ্ম্মপ্রচাৰ কৰিছিল সমাজত শান্তি ৰক্ষাৰ কাৰণে আৰু সেই নিমিত্তেই পৰস্পৰে পৰস্পৰৰ ধৰ্ম্মক নিন্দা কৰিব বাধা দিছিল। নিন্দা কৰিলে মহা পাপ হয় বুলি কবও বাকী এৰা নাই। ধৰ্ম্মপ্রচাৰ কৰোঁতে সিবিলাকে প্ৰত্যেক মানুহক ঈশ্বৰ দৰ্শনত সহায় কৰিব খুজিছিল নে নাই সঠিককৈ কব নোৱাৰি যেহেতু প্ৰত্যেক মানুহেই সাধক হব এই কথা আশা কৰাই অঠিক। কিন্তু সমাজত শান্তি ৰক্ষা যে তেওঁ লোকৰ প্ৰত্যোকৰ উদ্দেশ্য আছিল ইয়াত সন্দেহ নাই। এক কথাৰে কব গলে কোনো ধৰ্ম্ম অৱলম্বন কৰা মানে কিছুমান বেয়া কাম নকৰোঁ বুলি প্ৰতিজ্ঞা কৰা আৰু কিছুমান ভাল কৰিবলৈ চেষ্টা কৰিম বুলা। এনেকুৱা কোনো ধৰ্ম্ম নাই যি ধৰ্ম্ম ধৰিলে বেয়া কাম কৰিব বুলি প্ৰতিজ্ঞা কৰিব লাগে আৰু ভাল কাম নকৰিব বুলি শপত খাব লাগে। এক ধৰ্ম্মে যি কামক বেয়া বুলিছে আনবোৰ ধৰ্ম্মও সেই কামকে বেয়া বুলিছে। এক ধৰ্ম্মে যি কামক ভাল বুলিছে অইনবোৰ ধৰ্ম্মেও সেইবোৰ কামকে ভালৰ শ্ৰেণীত ঠাই দিছে। দেখা যায়, এই ভাল বেয়া বিচাৰৰ প্ৰণালীও সকল ধৰ্ম্মৰে একেই। যি কামত সমাজৰ শান্তি ভঙ্গ হয় সেই এ বেয়া কাম, সেই কাম কৰিলেই পাপ হয়। যি কাম কৰিলে সমাজত শান্তি আছে সেই এ ভাল কাম আৰু তাক কৰিলে পূণ্য হয়। এনেকুৱা কোনো ধৰ্ম্ম নাই যিহে নৰহত্যা, পৰস্ত্ৰী হৰণ, চুৰি ডাকইতিক

সৎকাৰ্য্য বুলি কৈছে। এনেকুৱা কোনো ধৰ্ম্ম নাই যিহে, সতীৰ সতীত্ব, পৰৰ পৰস্ব হৰণ কৰিলে পূণ্য হয় বুলি কৈছে। যি কেইটা মূল নীতি, সেই কেইটা সকলো ধৰ্ম্মতে আছে। এই মূল নীতি বাদ দি কোনো ধৰ্ম্ম হব নোৱাৰে আৰু হোৱাও নাই। সেই নিমিত্তে ধাৰ্ম্মিকে গীতা ভাগৱত পঢ়ি যি সন্তোষ পায, বাইবেল কোৰাণ পঢ়িও তেনে আনন্দ পায়; কাৰো লগত কাৰো বিৰোধ নেদেখে।

ধৰ্ম্মভেদৰ লগত মূল নীতিৰ ভেদ নাই। কিন্তু খাদ্যাখাদ্য, আচাৰ ব্যবহাৰৰ ভেদ আছে। এই ভেদৰ কাৰণ ধৰ্ম্ম নহয়, ইয়াৰ মূলত দেশ-কাল, জল-বায়ু। তিৰ্ব্বতত বৰ জাৰ, তাত ৰাতি হলে বৰফ পৰে। তাত উষা কালত উঠি গা ধুই নামাৱলী গাত লৈ সন্ধ্যা গায়ত্ৰী কৰা মানে আত্মহত্যা কৰা। সেই নিমিত্তে তাত গা ধুই শুদ্ধ হোৱাৰ আৰু নামাৱলী গাত দি নাম লোৱাৰ ব্যবস্থা নাই। ঠেঙ্গা-কমলী, জুটা-মুজা পিন্ধি ঈশ্বৰৰ উপাসনা কৰাত তাত বাধা নাই। ভাৰতৰ প্ৰায় বিলাক ঠাইয়ে গৰম। গৰমত গা মন অস্থিৰ, ইয়াত গা নুধুৱাকৈ ঠেঙ্গা-কমলী গাত লৈ বহি ঈশ্বৰৰ উপাসনা কৰা মানে নিজক নিজে বঞ্চনা কৰা। আৰব পাৰশ্যত পানীৰ বৰ অভাব গতিকে তাত ওজু কৰিলেই শুদ্ধ হোৱাৰ নিয়ম। খাদ্যাখাদ্যৰ বিচাৰও তদ্ৰূপেই। হিন্দুয়ে গৰুৰ গাখীৰ খায়, গৰুৱে হল বায়, গাড়ী টানায়; গৰু ব্যতিৰেকে তেওঁলোকৰ সংসাৰ নচলে সেই নিমিত্তে হিন্দুৰ পূৰ্ব্ব পুৰুষ সকলে গৰু খাব বাধা দিছিল আৰু খালে ধৰ্ম্ম নষ্ট হব

বুলি বিধান কৰি গৈছে। মুচলমান প্ৰধান ঠাই যেনে :—আৰব, পাৰশ্য, তুৰ্কীত ঘোড়া আৰু উটেৰে প্ৰায় বোৰ কামকে কৰে, তাত গৰু বৰ কম, সেই নিমিত্তে তেওঁলোকে গো-হত্যাত বাধা দিয়াৰ আবশ্যকতা দেখা নাই। লিখকৰ এই যুক্তি শুনিয়ে বহুতৰ ধৈৰ্য্য বিচলিত হবৰ সম্ভব। তেখেত সকলে কব—"উত্তেজক খাদ্য খালে মানুহৰ ৰিপু প্ৰবল হয় আৰু ৰিপু দমন কৰিব নোৱাৰাত সাধনাৰ ব্যাঘ্যাত হয়। গতিকে তাক সৰ্ব্বোতো-ভাবে পৰিত্যাগ কৰা উচিত।" আমি কওঁ সেই বিচাৰ মতে গছৰ শুকান পাত, পানী আৰু বায়ুও উত্তেজক। এইবোৰ খাই সাধনা কৰা দুই চাৰিজন প্ৰাচীন ঋষিয়ে কৰা বলৎকাৰৰ কথাই তাৰ প্ৰত্যক্ষ প্ৰমাণ। আৰু যদি শৰীৰৰ তেজ মাৰি সংযমী হোৱাৰ নামেই সংযমী, তেন্তে খাঁহি, নপুংসক আৰু পুৰুষ শক্তি বিহীন মানুহ মহা সংযমী, মহা ধাৰ্ম্মিক। আমি আৰু কওঁ, শৰীৰত যথেষ্ট বল আছে কিন্তু কাকো নামাৰোঁ—মানে জ্ঞানৰ দ্বাৰা ক্ৰোধ দমন কৰিম। শৰীৰত যথেষ্ট তেজ আছে ; কিন্তু কাম প্ৰবৃত্তি চৰিতাৰ্থ নকৰোঁ, মানে জ্ঞানাঙ্কুশৰ দ্বাৰাই তাক দমন কৰিম ; ইত্যাদি। ইয়াৰে নাম সাধনা, ইয়াকে কৰিব যেয়ে পাৰে সিয়ে বীৰ, সিয়ে প্ৰকৃত জ্ঞানী, সিয়ে প্ৰকৃত ধাৰ্ম্মিক। সেই বুলিয়ে লিখকে যি সি বস্তুকে খাব নকয়। যি বস্তু খালে [illegible] হানি হয়, যি বস্তু খালে সমাজৰ অনিষ্ট হয়, সেই বস্তু স[illegible] ৰ পৰিত্যাগ কৰা উচিত। ভাৰতবৰ্ষ বৰ গৰম ঠাই। [illegible] কৰ ভিতৰত অনেকে বিশেষতঃ অনেক

ডাক্তাৰে কয় যে গো মাংস বৰ গৰম। ভাৰতত থাকি গো-মাংস খোৱা ভাল নহয়। আমিও ভাবোঁ কথাটি হলেও হব পাৰে। সেইবোৰ যি কি নহক, লিখকে কাকো কোনো নতূন খাদ্য খাব কোৱা নাই আৰু নকয়। তেওঁৰ উদ্দেশ্য সমাজত শান্তি ৰখা।

ধৰ্ম্ম প্ৰচাৰকৰ ভিতৰত বিবাদ নাই, ধৰ্ম্ম শাস্ত্ৰৰ ভিতৰতও বিবাদ নাই। সকলোৱে এক মূল নীতিৰ উপৰত স্থাপিত, কেবল নাম বিভিন্ন। ধৰ্ম্মৰ নাম লৈ আমাৰ ভিতৰত যি বিৰোধ হয়, সেই বিৰোধ কি বাস্তবিকে ধৰ্ম্মলৈ ? কৈ ? ক'তো দেখো ধৰ্ম্মৰ তত্ত্বলৈ তৰ্ক বিতৰ্ক কৰি মৰামৰি কটাকটি কৰা আজি পৰ্য্যন্ত শুনা নাই ? শুনিছোঁ—বহুত শুনিছোঁ, খাদ্যাখাদ্যৰ বিচাৰলৈ মৰামৰি কটাকটি কৰা—শুনিছোঁ, আচাৰ ব্যবহাৰ বিচাৰ লৈ বিবাদ কৰা।

পাঠক! এই খিনিয়ে হৈছে সন্ধিস্থান। তোমাৰ জানিবা চাৰি ভাই। চাৰিও জনে শান্ত, শিষ্ট, শিক্ষিত মানুহ। চাৰি-ওৰো উদ্দেশ্য হৈছে ভাল কৈ গৃহস্থী পাতি সুখ-শান্তিৰে দিন কটোৱা। চাৰিও ভাইৰে জানিবা চাৰিজনী তিৰোতাও আছে। তেবেঁত সকল লিখা পঢ়াত পণ্ডিত নহলেও গৃহ-কন্দলত অপণ্ডিত নহয়। এজনায়ে টেঙ্গাৰ আঞ্জা দেখিবই নোৱাৰে। আন জনীয়ে মিঠা কুমুৰাৰ আঞ্জা দেখিবই নোৱাৰে কিন্তু টেঙ্গাৰ আঞ্জা হলে বাতিয়ে বাতিয়ে মাৰে। আৰু আন জনীয়ে গৰৈ মাছ নাখায়, তুৰি মাছ নাখায়, কিন্তু ৰৌ মাছ মিঠা কুমুৰাৰে খাব

ভাল পায়। তোমাৰ জনীয়ে গবৈ, তুৰি, ৰৌ দেখিবই নোৱাৰে কিন্তু চিতল মাছ টেঙ্গাৰে খাব ভাল পায়। প্রত্যেক জনীয়ে ভাবে যে তাইৰ ৰুচিয়ে প্রকৃত ৰুচি। তাই যিহকে ভাল পায় আন বিলাকে যে তাক কিয় বেয়া পায় তাই বুজিবই নোৱাৰে। ৰুচি বিৰুদ্ধ খাদ্য ঘৰলৈ আহিলে তাই সহ্য কৰিবই নোৱাৰে, গতিকে ঘৰ খনত কন্দল। কন্দল কিয়, কুৰু-পাণ্ডবৰ যুদ্ধ। এই ক্ষেত্রত যদি তোমালোকে প্রত্যেকে নিজ নিজ বিদ্যাবুদ্ধি জলাঞ্জলি দি নিজ নিজ প্রাণপ্রিয়াৰ পক্ষ সমর্থন কৰা তেন্তে তোমালোকৰ যি উদ্দেশ্য আছিল সিতো সফল নহবই প্রাণৰও সংশয়। ইফালে যদি তুমি কালি ভক্ত হোৱা, আনজন শিৱ ভক্ত, সিজন বৈষ্ণব, আৰু বাকীজন গণপতিৰ সেৱক হয় তেনে হলেতো কথায় নাই। এই ক্ষেত্রত তোমালোকে কি কৰিবা? বোধ কৰোঁ বেলেগ হবা। বাৰু! বেলেগেই হলা, তাত নো এই অশান্তিৰ হাত কেনেকৈ এৰাবা? গাওঁতেতো থাকিবা? সমাজতেতো থাকিবা? এখন ঘৰত আঠটি প্রাণী, তাতে ইমান অমিলৰ কথা, গাওঁত, সমাজততো বহু মানুহ, তাত যে অমিলৰ কিমান কথা আছে তাৰ আদিও নাই অন্তও নাই। গাওঁ এৰি, সমাজ এৰি একেবাৰে স্ত্রী পুৰুষে এক ঘৰীয়া হৈ গাওঁৰ বাহিৰত-সমাজৰ বাহিৰত থাকিব পাৰা, কিন্তু তোমালোকৰ কি লৰা ছোৱালী নহব? সেই লৰা ছোৱালীৰ বা আৰু ৰুচি কি হয়? মত কি হয়? লৰা আৰু ছোৱালীৰ বিবাহাদিও তো হব? তেতিয়া আকৌ সমাজ লগা হব। গতিকে তোমালোকৰ বিবাদ

কৰি বেলেগ হোৱাৰ কোনো সাৰ্থকতা নাই। তেন্তে উপায় কি? উপায় হৈছে কাৰো খাদ্যৰ লগত, কাৰো মতৰ লগত, কাৰো ধৰ্ম্মৰ লগত বিৰোধ নকৰা। খোৱা বস্তুৰ ভিতৰত কিছুমান সকলোৰে ৰুচিকৰ বস্তু আছেই আছে। মতৰ ভিতৰত কিছুমানত সকলোৰে মিল আছেই আছে, ধৰ্ম্মৰ মূল নীতিতও কাৰো অমিল নাই। গতিকে সেইবোৰ বস্তু বাদে যি বস্তুত পৰস্পৰ বিৰোধ আছে সেইবোৰ বস্তু আৱশ্যক মতে প্ৰত্যেকৰ নিমিত্তে পৃথক পৃথক কৈ ৰন্ধা, আৰু যতনেৰে ৰান্ধি সিবিলাক দিয়া। প্ৰত্যেকে নিজ নিজ মতে ধৰ্ম্ম কাৰ্য্য কৰা আৰু প্ৰত্যেকে প্ৰত্যেকৰ অনুষ্ঠানত সহানুভূতি দেখুৱা। ঈশ্বৰৰ সৃষ্টিত একে আকৃতিৰ দুটি প্ৰাণী নাই, একে মতৰ দুটি মানুহ নাই; একে ৰুচিৰ দুটি জীৱৰ অভাৱ। ইয়াক একে ৰকমৰ কৰিবলৈ চেষ্টা কৰা বাতুলতা ভিন্ন অইন একো নহব।

আজি তুমি যুক্তিৰে দেখুৱাই দিলা তোমাৰ ধৰ্ম্ম সকলো ধৰ্ম্মতকৈ শ্ৰেষ্ঠ। মই যুক্তিত তোমাক পৰাস্ত কৰিব নোৱাৰিলোঁ। সুতৰাং তোমাৰ প্ৰাধান্য বহাল থাকিল। কালি অইন এজনে আহি যুক্তিৰে তোমাক পৰাস্ত কৰি দেখুৱাই দিলে যে তোমাৰ ধৰ্ম্ম ধৰ্ম্মই নহয়। পৰহি যে অইন এজনে আহি এওঁক পৰাস্ত নকৰিব তাৰ নিশ্চয়তা কি? পৃথিৱীত কোনেও অভ্ৰান্ত নহয়। আজি যাক অভ্ৰান্ত বুলি ভাবিছা, কালি তাৰ ভ্ৰান্তি বাহিৰ হৈছে। সেই বুলিয়ে ধৰ্ম্ম বিষয়ে আলোচনা কৰা অবিধেয় নহয়। কিন্তু তৰ্কত কি আলোচনাত নিজ নিজ

মত বজায় ৰাখিব নোৱাৰিলে ক্ষুণ্ণ হোৱা আৰু তাৰ প্ৰতিবিধানৰ নিমিত্তে অন্য ৰকমৰ উপায় উদ্ভাবন কৰা ঠিক নহয়; উদ্ভাবন কৰিব গলেই কাজিয়া হয়। সেই কাজিয়াই ধৰ্ম্ম-কৰ্ম্ম নষ্ট কৰি সমাজত অশান্তি আনে। পৃথিবীত নানা প্ৰকাৰৰ ত্যাগ দেখা গৈছে কিন্তু নিজৰ মতৰ লগত মত নিমিলিলে বিপক্ষ দলক কোনো মতে জব্দ কৰি নিজ মতলৈ আনিবৰ যি প্ৰবৃত্তি, তাক যোনে ত্যাগ কৰিব পাৰে সেইএ প্ৰকৃত ত্যাগী; তাৰ ত্যাগেই প্ৰকৃত ত্যাগ। এই ত্যাগৰ অভাবত আজি সমাজ শতধা বিভক্ত হৈছে, বিভক্ত হৈও শান্তি নাই। যোনে পিয়াজ নাখায়, সি যদি তেওঁৰ বন্ধুক তৃপ্ত কৰিবলৈ যত্ন সহকাৰে পিয়াজেৰে ৰান্ধি খুৱাই আনন্দ লাভ কৰিব পাৰে তেওঁৰ নিচিনা বন্ধুপ্ৰিয় আৰু কোনোবা হব পাৰেনে? যোনে ঈশ্বৰ নামানে সি যদি ঈশ্বৰ ভক্তক ভক্তিৰ খাতিৰে নকৰি বন্ধুত্বৰ খাতিৰে, সমাজত শান্তি ৰক্ষাৰ খাতিৰে ধৰ্ম্ম কাৰ্য্যত সহায় কৰে—তেওঁৰ নিচিনা নৈতিক কোনোবা হব পাৰেনে? তেওঁৰ নিচিনা মহান কোনে? যি হিন্দুয়ে মুচলমানক মসৃজিদ বান্ধি দিব পাৰে, যি খৃষ্টিয়ানে হিন্দুক পূজাৰ মন্দিৰ সাজি দিব পাৰে, সেই হিন্দু, সেই খৃষ্টিয়ানেই প্ৰকৃত ধাৰ্ম্মিক। যোনে মহান, তেওঁ ভাবে—"পৃথিবীত অধৰ্ম্ম চলিলে সমাজত শান্তি নাথাকে। প্ৰত্যেক মানুহে এটি নহয় এটি ধৰ্ম্ম অবলম্বন কৰা উচিত। ঠিক মতে মানি চলিলে প্ৰত্যেক ধৰ্ম্মতে ঈশ্বৰ দৰ্শনৰ উপায় আছে। যি সমাজত ধাৰ্ম্মিক নাই—ধৰ্ম্ম তাত নাই—ধৰ্ম্ম যত নাই শান্তি ত'ত নাই। যোনে ঈশ্বৰ নামানে,

ধৰ্ম্ম নামানে কিন্তু ন্যায় মতে, নীতিমতে চলে, নিজে বুলক নুবুলক তেওঁ কিন্তু ধাৰ্ম্মিক : তেওঁ নৈতিক, নীতিৰ বাহিৰে তেওঁ কোনো কামেই নকৰে ; তেওঁৰ দ্বাৰা সমাজৰ শান্তি ভঙ্গ হবৰ কোনো আশঙ্কা নাই।”

ধৰ্ম্ম য’ত নাই—ধাৰ্ম্মিক তাত নাই। ধাৰ্ম্মিক য’ত নাই—সমাজ তাত জন্মিব নোৱাৰে। সমাজ য’ত নাই—স্বাস্থ্যে তালৈ যাবৰ বাট নাপায়। স্বাস্থ্য য’ত পদধূলি নেদিয়ে শান্তিৰ মলয়া বায়ু তাত নবয়।

# বোৱাৰী।

আই দেউ! দহ মাহ গৰ্ব্ভ ধাৰণৰ অশেষ কষ্ট সহ্য কৰি পুত্ৰ মুখ দৰ্শন পালা, আত্মীয় স্বজনৰ জয়-জোকাৰে ঘৰ ধ্বনিত হ'ল। লৰাক পুহি পালি ডাঙ্গৰ দীঘল কৰি বোৱাৰী ঘৰলৈ আনিবা, ঘৰ নাতি নতিকাৰে পৰিপূৰ্ণ হব, সিহঁতক লগতলৈ পো-বোৱাৰীৰ আদৰ্ত মহাসুখে জীৱনৰ শেষ দিন কেইটা কটাবা ইত্যাদি সুখৰ সপোনত ডুবি থাকি লৰাক ডাঙ্গৰ দীঘল কৰিলা। আজি লৰাৰ বোৱাৰী ঘৰলৈ আহিল। আজিৰ ঘৰখন ঠিক সেই সপোনত দেখা সম্পূৰ্ণ ঘৰ নহলেও তাৰ আৰম্ভণ আজি দেখিব পাইছা। আজিৰ ঘৰ আগৰ ঘৰৰ নিচিনা নহয়; পো-বোৱাৰীৰ কল্যাণৰ অৰ্থে যথেষ্ট মাঙ্গল্য কৰিছা, নিদিব লগা জনক দিছা, নুখুৱাব লগা জনক খুৱাইছা, নমাতিব লগা জনক মাতিছা; লগে লগে সুখৰ সপোনত গভীৰ ভাবে প্ৰবেশ কৰিছা। আমিও লগে লগে সুখ পাইছোঁ। এদিন গ'ল, দুদিন গ'ল, এমাহ গ'ল, দুমাহ গ'ল। শাহু! তুমি বোৱাৰীৰ ভৱিৰ পৰা মূৰলৈ দিনত সাত বাৰ কৰি চাইছা। ৰাতি পুৱাৰ পৰা ৰাতি এপৰলৈ বোৱাৰীৰ প্ৰত্যেকটি কাৰ্য্য প্ৰণালী সাংঘাতিক সমালোচকৰ চকুৰে চাইছা। তুমি সপোনত দেখা মতে বোৱাৰীয়ে তোমাক দেৱীৰ নিচিনা ভক্তি কৰে নে নকৰে, হাতৰ বন আটাই খিনি কাঢ়ি লয় নে নলয়, তোমাৰ আদেশ সমূলক

হক বা অমূলক হক বেদবাক্যত কাৰিও বেছিকৈ মানে নে নামানে, তুমি চিৰকাল ৰ প্ৰণালীত ঘৰখন চলাই আহিছা সেই প্ৰণালী শুদ্ধই হক বা অশুদ্ধই হক অক্ষৰে অক্ষৰে মানি চলে নে নচলে ইত্যাদিৰ প্ৰতি লক্ষ্য ৰাখাই হৈছে এতিয়া তোমাৰ এক মাত্ৰ কাম। তুমি আগেয়ে যি আছিলা আছিলা, কিন্তু বোৱাৰী ঘৰলৈ অহাৰ পিছত তুমি ৰূপত মেনকা,সতীত্বত সাবিত্ৰী, গুণত স্বৰস্বতী বুলি অন্যে ভাবক নাভাবক তুমি হলে নিজে নিজে ভাবা। তুমি জানিবা গৃহস্থালীৰ মালিক, বোৱাৰাজনী তোমাৰ ঘৰৰ বান্দি। তোমাৰ লৰাজন তোমাৰ প্ৰাণৰ পুত্ৰ, বোৱাৰী জনী কিন্তু পৰৰ ছোৱালী। তোমাৰ সপোনত দেখা কথা-বোৰৰ লগত এতিয়া সচিতত ঘটা কথাবোৰৰ মিল নাই। আজি এটি ভ্ৰূকুতি, কালি এটি দন্ত-কিৰিমিৰি, পৰহি এটি দাপি, লাহে লাহে বোৱাৰীৰ চকু কাণৰ গোচৰ হব ধৰিলে। বোৱাৰীও মানুহ, তেওঁৰও মাক আছে আৰু এদিন মাকৰ ঘৰৰ ছোৱালী আছিল। মাকৰ ঘৰত এনেকুৱা বস্তু তেওঁৰ চকু কাণৰ গোচৰ হোৱা নাছিল। তেওঁ মাকৰ ঘৰত সপোন দেখিছিল—"শাহুয়ে তেওঁক নিজৰ জীয়েকতকৈও বেছিকৈ আদৰ কৰিব। স্বামী শাহুয়েকৰ আদৰৰ ধন, তেওঁও তদ্ৰূপ আদৰৰ ধন হব। মাকে যিমান ভূল ভ্ৰান্তি নধৰিছিল, শাহুয়েকেও তিমান নধৰিব। তেওঁৰ ৰূপ-লাবণ্য দেখি স্বামীৰতো কথাই নাই, শাহু-শহুৰ, পাৰা কুচিয়া সকলো তবধ লাগিব। তেওঁৰ নতুন ধৰণৰ কাৰ্য্য প্ৰণালীয়ে তেওঁৰ ঘৰ—এনে কি গাঁওলীয়াৰ ঘৰতও নতুন যুগৰ

সৃষ্টি কৰিব। চাৰিও পিনৰ পৰা তেওঁৰ ৰূপ-গুণৰ প্ৰশংসাত স্বামীৰ প্ৰাণ নাচি থাকিব। তেওঁক স্বামীয়ে প্ৰাণতকৈও ওখ ঠাইত ঠাই দিব।" এওঁৰও সপোনৰ কথাৰ লগত এতিয়াৰ কথাৰ মিল নোহোৱা হ'ল। দিনকে দিন সপোন নিমিলা দেখি এওঁও ক্ষুণ্ণ হব ধৰিলে। অকল ক্ষুণ্ণই নহয় ভাব দিনকে দিন গম্ভীৰ হব ধৰিলে। আজি এই কথা ঘৰৰ পৰিয়ালে জানিলে, কালি পাৰাৰ মানুহে জানিলে, পৰহি গাওঁলীয়াৰও জানিব বাকী নাথাকিল। সুখৰ সপোন ভাঙ্গিল, লগে লগে গৃহস্থিও ভাঙ্গিল।

শাহু! হ'ল কি? তোমাৰ ঘৰত থকা গাভৰু ছোৱালী-জনী বয়সত তোমাৰ বোৱাৰীত কৈ ডাঙৰ নহলেও সৰু নহয়। বোৱাৰী ঘৰলৈ অহাৰ পিছতও তোমাৰ ছোৱালীৰ আগৰ নিচিনা ৰাতি পুৱাই ভোক লাগে। আগ্ৰা বেযা হলে তাই গাখীৰ মিঠৈ নুখুজিলেও তুমি যাচি নি ভাত খাবলৈ দিয়া। তেওঁ কোনো টান কাম কৰিব ওলালে তুমি ইচ্ছা কৰা যে সেই কাম বোৱাৰীয়ে কৰক, নিতান্তই যদি তাই কথা নুশুনে আৰু নকৰে তেন্তে তুমি নিজেই কৰিবা তথাপি তোমাৰ ছোৱালীক কৰিব নিদিয়া। তোমাৰ ছোৱালী আবশ্যকে অনাবশ্যকে দিনত শুব পাৰে কিন্তু বোৱাৰীয়ে দিনত কিয় ৰাতিও গৃহস্থৰ আটাই বিলাক পৰিয়ালে খাই বৈ নুশুৱা পৰ্য্যন্ত শুবৰ আদেশ নাপায়। তোমাৰ ছোৱালী সকলোতকৈ আগে নাখালে তুমি দুখ পোৱা কিন্তু বোৱাৰীয়ে আগে খালে তুমি তাইক অসতী বুলি ঘোষণা

কৰাত এক মিণিতও দেৰি কৰিব নোৱাৰা। বোৱাৰীয়ে বেছিকৈ খাবৰ অধিকাৰ নাই। আঙ্গা ভাত বেয়া বুলিবৰ সত্বও বিধাতাই তাইক দিয়া নাই। ভাল-বেয়া, ৰুচি-অৰুচি, সুখ-দুখ প্ৰকাশ কৰিবৰ সত্ব বিয়াৰ দিনৰ পৰা ৰহিত হৈছে। এতিয়া বোৱাৰীৰ ৰুচি-অৰুচি, সুখ-দুখ তুমি বুজা, বোৱাৰীৰ বুজিবৰ ক্ষমতা পৰ্য্যন্ত লোপ হৈছে। তুমি যি খাব দিয়া সেইএ তাইৰ পক্ষে অমৃত, যি ভাবিব দিয়া সেইএ তাইৰ পক্ষে গুৰুৰ মন্ত্ৰ। যেহেতু তাইৰ বিয়া হৈছে, যেহেতু তাই পুৰুষৰ সঙ্গ পাইছে অতএব তাই বয়সত তোমাৰ ছোৱালীৰ সমান কি তাইতকৈ সৰু হলেও তাই এতিয়া তোমাৰ মনত পৰিণত বয়সৰ মানুহ। তোমাৰ ছোৱালীৰ প্ৰসব হলে দেখোঁ তুমি তেওঁৰ লগত চুৱা গৈ তেওঁৰ শুশ্ৰূষাৰ যাবতীয় কাৰ্য্য কৰা; নাতিৰ মায়াত দেখোঁ দূৰৰ পৰা নাল লগোৱা চুমা নাখাই একে বাৰে বুকৰ মাজত সাবটি ধৰি গাল ভৰা চুমা খোৱা। তোমাৰ বোৱাৰীৰ প্ৰসব বেদনা হৈছে। তুমি দেখোঁ এতিয়া কেনে কৰা? দূৰৈৰ পৰা দেখোঁ দিহা পৰামৰ্শ দিছা আৰু দৌৱা দৌৰিকৈ বিয়নীক মাতিব পঠিয়াইছা? লাগিলে কোনো বস্তু প্ৰসূতিক দূৰৈৰ পৰা দলি মাৰি দিছা। চুৱা যাই বোৱাৰীক ধৰা, প্ৰসবৰ সময়ত আল পৈছান কৰা, প্ৰসবৰ পিছত সমস্ত ময়লা দূৰ কৰি নাতি আৰু বোৱাৰীক চাফ চিকন কৰাত দেখোঁ তুমি একেবাৰে নাৰাজ? এতিয়া দেখোঁ তুমি শাহু, এতিয়া দেখোঁ তুমি মান্যজন, এতিয়া দেখোঁ বোৱাৰীৰ বিছনাত এখন কটা কানি

দিয়াতও তোমাৰ হিয়া ফাটি যায়? এতিয়া দেখোঁ তোমাৰ নাতি—যি নাতি তোমাৰ সপোনৰ বস্তু—যোনে তোমাৰ পিণ্ড দিব—বংশ ৰক্ষা কৰিব—সেই নাতি নৰকত পৰি কান্দিব লাগিছে আৰু তুমি দেখোঁ দূৰৰ পৰা নাল লগোৱা চুমা খাইছা ইয়াৰ কাৰণ কি? দৌৰি গৈ বুকত সাবটি ধৰি গাল ভৰা চুমা খাবৰ ইচ্ছা নহয় কিয়? তোমাৰ ছোৱালীৰ সূতিকা জ্বৰৰ সময় দেখোঁ তুমি চুৰা গৈ লগত থাকি শুশ্রূষা কৰিছিলা, এতিয়ানো তোমাৰ বোৱাৰীৰ গাত হাত দি জ্বৰ চাবলৈ ইচ্ছা নহয় কিয়?

শান্ত! তুমি মান্যজন, বোৱাৰীৰ গাত হাত দিলে তোমাৰ মান হানি হয়—তোমাৰ ছোৱালীৰ প্রসৱত হোৱা স্রাব নৰক নহয়—বোৱাৰীৰ স্রাব ঘোৰতৰ নৰক—তাক চুলে তোমাৰ জাতি, কুল, মান, ইজ্জত সকলো নষ্ট হব। বাৰু! হে স্বামী! হে উপযুক্ত শাহুৰ পুত্র! তুমিয়েই নহয় তোমাৰ স্ত্রীৰ প্রাণ বল্লভ? তুমি তোমাৰ স্ত্রীক সমাজ বিদ্যমানে অগ্নিক সাক্ষী কৰি তোমাৰ অৰ্দ্ধাঙ্গিনী স্বৰূপে বৰণ কৰি আনিছা নহয়? আৰু ইমান দিনে, এনেকি প্রসৱৰ পূৰ্ব্ব মুহূৰ্ত্ত পৰ্য্যন্তও অৰ্দ্ধাঙ্গৰ দৰে ব্যৱহাৰ কৰিছা নহয়? কি হ'ল? প্রসৱ হোৱা মাত্রে দেখোঁ তোমাৰ স্ত্রী অৰ্দ্ধাঙ্গিনী গুচি কুকুৰনাত পৰিণত হল? তেওঁ দেখোঁ তোমাৰ দুগ্ধ-ফেণনিভ বিছনাৰ পৰা একেবাৰে আঁতৰি থলিয়া আৰু ময়লা ফটা কানিৰ বিছনাত পৰিল গৈ! থলিয়া আৰু ফটা কানিও দেখোঁ ধেৰ নহয়? কলৰ তলত ঢেকুৰণীৰ বুকৰ মাজত থকাৰ নিচিনা দেখোঁ তোমাৰ প্রাণ

পুত্ৰ প্ৰাণপ্ৰিয়াৰ বুকত মাজত কুকুৰি মুকুৰি সোমাই আছে? মহে খাব বুলি তুমি দেখোঁ তোমাৰ বিছনাত মহৰি টনিলা? পুত নামক নৰকৰ পৰা উদ্ধাৰ কৰোঁতা জনৰ ছাল্ৰ তুলনাত তোমাৰ ছাল গণ্ডাৰৰ ছাল; তথাপি দেখোঁ তাৰ বিছনাত মহৰি নাই? মহৰ কামোৰত চাৰা ৰাতি লৰাই কান্দিছে, তাৰ সঙ্গে লৰাৰ মাক—তোমাৰ জীৱন সঙ্গিনী নিজৰ শৰীৰৰ দুখ যন্ত্ৰণা পাহৰিও লৰাক লৈ মহ খেদি টোপনি ক্ষতি কৰি আছে, তোমাৰ দেখোঁ টোপনিত তত নাই? তোমাৰ হাগণিত তোমাৰ গৃহিণী গু-মুত পেলাইছে, ভৰি টিপি দিছে, হাত টিপি দিছে—যাবতীয় শুশ্ৰূষা কৰিছে। আৰু তুমিও ইচ্ছা কৰা যে তেওঁ সেই ৰকম কৰে; নকৰিলে তেওঁক অসতী বুলি ঘোষণা কৰাত তুমি অলপও কুণ্ঠিত নোহোৱা। এতিয়া আমি সুধিব পাৰোঁনে কোন নীতি শাস্ত্ৰ মতে তুমি তোমাৰ স্ত্ৰীক এই ক্ষেত্ৰত—প্ৰকৃত বিপদৰ সময়ত সহায় নকৰা? এই প্ৰসৱৰ মূলত কি তুমি নাই? তোমাৰ কৃত কৰ্ম্ম ফলতেই জানোঁ আজি তোমাৰ প্ৰাণ প্ৰিয়তমাই শিয়াল কুকুৰৰ অৱস্থা পোৱা নাই? জ্বৰ, মূৰৰ বিষ, কোমৰৰ বিষ, তলপেট খহিঁ যায় যেন লাগে; তাতে আকৌ লৰাৰ দিগদাৰ, টোপনি নাই, ভয়ানক জাৰ, তাতে আকৌ কাপোৰ নাই। শাহুয়ে কয় "বেটি ভাও জুৰিছে।" তুমি কোৱা "সংসাৰৰ তিৰোতাৰ এনেকুৱা হৈএ থাকে। মতা হৈ মাইকীৰ চুৱাত চুৱা যাব পাৰিনে? স্বামী শিৰৰ গুৰু, গুৰু হৈ তিৰোতাৰ ভৰিত হাত দি জ্বৰ চাব পাৰিনে?" হে

মদমত্ত নবীন যুবক! তোমাৰ কথা শুনি মানুহৰ কথাই নাই, চৰাই চিৰ্‌কটীয়েও হাঁহি হাঁহি অস্থিৰ। বোধ কৰোঁ এই কথা আগেয়ে জানিলে তোমাৰ স্ত্ৰীয়ে এনেকুৱা ভাগীয়া বেপাৰ তোমাৰ লগত নকৰিলে হয়। যেতিয়া মতাই মাইকীৰ ভৰিত হাত দিব নোপোৱা কথা তোমাৰ স্ত্ৰীৰ কাণত পৰিব তেতিয়া তেওঁৰ আৰু জ্বৰ নাথাকিব। মুখ তিপি হাহোঁতে হাহোঁতে আহুকীয়া কাৰ্চা নাৰি ফাটি মৰি যাব। তেওঁ জানে তুমি কিমান পানীৰ মাছ। তোমাৰ পাঁজি-পুথি, নাৰি-নক্ষত্ৰ তেখেতৰ অবিদিত নাই। তোমাৰ স্ত্ৰীৰ ভৰি তোমাৰ মনত ইমান অপবিত্ৰ বুলি জানিবলৈ তেওঁক তুমি সুবিধা দিয়া নাই। তুমি যি জনাইছা তেওঁ তাকেই জানিছে। তেওঁ তোমাৰ এফাল হে। শাহুয়ে চুৱা আৰু মান সম্ভ্ৰমৰ ভয়ত বোৱাৰীৰ গাত হাত দি নাচালে। তুমি শিৰৰ গুৰু, গতিকে পণ্ডিত শিষ্যক নুচুলা। এতিয়া জ্বৰ মূৰত উঠিছে, প্ৰিয়তমাই প্ৰলাপ বকিছে, লাহেকৈ মুখৰ মাৰলি গণিব; এতিয়া দৌৰাদৌৰি কৰিলে কি হব? তুমিতো আজিয়ে এনে নহয়? তোমাক আমি বিয়াৰ পিছতে চিনি পাইছোঁ। মতা মাইকী দুইজনে গা ধুই কাপোৰ মেলি দিছিলা। ঘটনাক্ৰমে তেওঁ ঘৰত নাছিল। এনেতে টান বৰষুণ আহিল, তুমি আথে বেথে গৈ তোমাৰ কাপোৰ খন আনি ঘৰ সোমাই থলা, তেখেতৰ খন ভিজি গ'ল। সেই দিনাই জানিছোঁ তুমি কি ধৰণৰ প্ৰেমিক। সেই দিনাই জানিছোঁ তুমি কি ৰকমৰ ভাগীয়া। তুমি কবা "তেন্তে তোমাৰ মতে

কোনো কামেই গোপনে কৰিব নালাগে।" মই কওঁ যি কাম প্ৰকাশ্যে কৰিলে সমাজৰ শান্তি ভঙ্গ হব পাৰে তাক নিশ্চয় প্ৰকাশ্যে নকৰিবা। কিন্তু যি কাম প্ৰকাশ্যে নকৰিলে শান্তি ভঙ্গ হব পাৰে তাক নিশ্চয় প্ৰকাশ্যে কৰিবা। ঘৈণীৰ ভৰিত ঘা হলে তুমি নিশ্চয় ধুই পখালি দৰব দিবা। তোমাতকৈ বিশ্বাসী চাকৰ তোমাৰ ঘৈণীৰ আৰু কোনে হব পাৰে?

বোৱাৰী! তোমাৰও দেখোঁ মাৰ আছিল, ভাই আছিল? মা'ৰৰ ঘৰত থকাত তেওঁৰ কাণি কাপোৰ ধুই দিছিলা নহয়? জ্বৰ বেমাৰত তেওঁৰ গু-মুত পেলাই দিনে ৰাতিয়ে শুশ্ৰূষা কৰিছিলা নহয়? সুখ-দুখ, ৰুচি-অৰুচিৰ কথা মাৰৰ কোলাত মূৰ থৈ আদৰি আদৰি কৈছিলা নহয়? মাৰৰ হাতৰ কাম বন কাঢ়ি নি নিজে কৰিছিলা নহয়? মাৰৰ বকনিত দেখোঁ কোনো দিন খং কৰি প্ৰাণৰ বৈৰী বুলি নাভাবিছিলা? এতিয়ানো স্বামীৰ ঘৰলৈ আহি তোমাৰ মতিভ্ৰম হ'ল কিয়? এওঁ তোমাৰ মা'ৰ নহয় নে? এওঁৰ লৰাৰ লৈতে তুমি ভাগীয়া বেপাৰত সোমোৱা নাই নে? তোমাৰ স্বামীৰ বেপাৰৰ লাভ—মাক বাপেকক সুখ দিয়া, তোমাৰ বেপাৰৰ লাভ অইন কিবা হব পাৰে নে? স্বামীয়ে যদি সৰিয়হৰ বেপাৰৰ নিমিত্তে নাৱ উজুৱাই বাই আৰু তুমি যদি ধঁপাতৰ বেপাৰৰ নিমিত্তে ভটীয়াই বোৱা তেন্তে নাৱ কোন পিনে যাব? আমি কওঁ দুয়োৰও বঠিয়াৰ চাবত নাৱ কোনো পিনে যাব নোৱাৰি ডুবিব—গৃহস্থি ডুবিব। তোমাৰ ভাই ককাইক কিমান ভাল পাইছিলা ভাবি

চোৰাচোন! ভাই, গৰু হক, গাধা হক, ৰূপত কাৰ্ত্তিক হক কি মাটিৰ কৃষ্ণ হক তাক দেখোঁ তুমি বেয়া নাপাইছিলা, বেয়া নেদেখিছিলা? ভাই আৰ্জ্জিব অক্ষম দেখি দেখোঁ সি মৰিলে ভাল নাপাইছিলা? ভাইৰ সুখ-দুখত সমানে সুখ-দুখ পাইছিলা, ভাই বেয়া বুলি বদলাই ভাল ভাই আনিবৰ প্ৰবৃত্তি দেখোঁ তোমাৰ মনলৈ নাহিছিল? ইয়াতেনো আহি তোমাৰ কি হ'ল? স্বামীয়ে খোৱাৰ আগেয়ে তুমি নোখোৱা, আৰু এইটোকে দেখোঁ সতীত্বৰ প্ৰধান চিন বুলি ধৰি বাকী বিলাক কথালৈ পিঠি দিলা? ভাইএ খোৱাৰ আগেয়ে ভণীয়ে খালে দেখোঁ জগৰ লগা দেখা নাই; স্বামীৰ আগেয়ে স্ত্ৰীয়ে খালেনেঁ৷ জগৰ লাগিব কিয়? ভাই ভণীৰ ভিতৰত যি সম্বন্ধ স্ত্ৰী পুৰুষৰ ভিতৰতও প্ৰায় সেইএ সম্বন্ধ কেবল তাৰে লগত দাম্পত্য সম্বন্ধ খিনিৰ যোগ মাত্ৰ। দাম্পত্য সম্বন্ধই ভাই ভণীৰ ভিতৰৰ সম্বন্ধক খেদি নিদিয়ে বৰং বৃদ্ধিহে কৰে। তুমি দু-দিনৰ ছোৱালী। স্বামীৰ ঘৰলৈ আহি তেওঁক প্ৰাণ-বল্লভ বুলি ভাবিছা, তেওঁৰ আত্মীয়-স্বজন, মাক-বাপেকক পৰ বুলি ভাবিলে তুমি ইয়াত থাকিবা কেনেকৈ? তোমাৰ স্বামীয়ে বা আত্মীয়-স্বজন, মাক বাপেকক ত্যাগ কৰি অকলে তোমাকে লৈ থাকিব কেনেকৈ? এনেকুৱা হবলৈ চেষ্টা কৰা যাতে শাহু শহুৰে তোমাক নিজৰ ছোৱালীতকৈও বেছি মৰম কৰে; ওচৰ চুবুৰীয়াই তোমাক নিজৰ জন বুলি ভাবিব পাৰে।

স্বামী মহাশয়! তুমি শিৰৰ গুৰু হৈএ শিৰত হাত দি

গুৰুত্ব ৰক্ষা কৰিব নোৱাৰিবা, আবশ্যক মতে চৰণৰ দাস ও হবা। তাত তোমাৰ গুৰুত্বৰ প্ৰভাব নকমি বৰং বাঢ়িবহে। প্ৰেমৰ শিকলি তেতিয়া হলে অকল ভৰিতে নাথাকিব; হাতে, গলে, ভৰিৰ পৰা মূৰলৈ গোটেই গাৰে মেৰাই ধৰিব। তোমাৰ গৃহিণী তোমাৰ নিমিত্তে পগলা হব, সঁচাকৈয়ে তুমি দাম্পত্য সুখৰ স্বৰূপ দেখা পাবা। তেতিয়া তুমি খোৱাৰ আগৈয়ে তেখেতে নোখোৱা প্ৰমানটিৰে সতীত্ব জুখিবৰ আবশ্যকতা নাথাকিব। শাহু দেউ! তোমাৰ কথাও তদ্ৰূপ। নিজৰ ছোৱালীতকৈও বোৱাৰীক বেছি আপোন বুলি যদি ভাবিব পাৰা তেন্তে তোমাৰ সপোন ফলিব, নহলে তোমাৰ সুখৰ সপোন বিষাদত শেষ হব। তোমাৰ লৰা ছোৱালী বোৰৰ ভিতৰত মিল দেখিলে যেনে সুখ পাইছিলা, পো-বোৱাৰীৰ ভিতৰত মিল দেখিলেও তেনে সুখ পাবা আৰু যাতে সেই মিলন বেছি হয় তাৰে চেষ্টা কৰিবা; দেখিবা স্বৰ্গ সুখ তোমাৰ ঘৰলৈ নামি আহিব। তোমাৰ উপৰতও এদিন শাহু আছিল। দিব পাৰে তেওঁ তোমাক নানা ৰকম কষ্ট, পাব পাৰা তেওঁৰ অধীনত নানা ৰকম যন্ত্ৰণা, কিন্তু তোমাৰ বোৱাৰী সেই প্ৰাণৰ বৈৰী শাহু নহয। তেওঁৰ উপৰত থকা আক্ৰোশৰ উপশম এওঁৰ উপৰত নকৰিবা। এওঁ সেই বাবে মুঠেও দোষী নহয়।

পুত্ৰ! এতিয়া তোমাৰ সুবিধা হৈছে। আগৈয়ে অকলে বৃদ্ধ পিতৃ-মাতৃক শুশ্ৰূষা কৰিব লাগিছিল, এতিয়া দুই জন হৈছা, দুয়ো লগ হৈ প্ৰাণপণে তেওঁলোকক শুশ্ৰূষা কৰিবা। যেনে

পাই তেওঁলোকক নাপাহৰিবা। তোমাৰ লৰা ছোৱালীবোৰক বেয়া আহি নেদেখুৱাবা। এনে এদিন আহিব যিদিনা তোমাক ল'ৰা ছোৱালীৰ শুশ্ৰূষা আবশ্যক হব। গতিকে তোমাৰ নিজৰ মঙ্গলৰ নিমিত্তে ভাল আৰ্হি দেখুৱাবা। বোৱাৰী! তুমিও এদিন শাহু হবা। তোমাৰ লৰালৈ সেই পৰৰ ছোৱালী এদিন তোমাৰ ঘৰলৈ আহিব। আৰু তোমাৰ আৰ্হিহে তেওঁও ধৰিব। তেতিয়া তুমি কেনে পাবা? তোমালোকৰ পূৰ্ব্বৱৰ্ত্তী সকলে পৰস্পৰে পৰস্পৰৰ প্ৰতি বিবেৰ বেয়া ব্যবহাৰ কৰি গৈছে তাৰ ফলতহে আজি তোমালোকৰ সুখৰ সংসাৰ বিষাদৰ সাগৰত পৰিণত হৈছে। সেই শিক্ষাৰ ফলতহে আজিৰ শাহুয়ে বোৱাৰীক নিজৰ ছোৱালী বুলি ভাবিব পৰা নাই—বোৱাৰীয়ে শাহুক মা বুলি চিনিব নোৱাৰাত পৰিছে—স্বামীয়ে স্ত্ৰীক অৰ্দ্ধাঙ্গ অধিকাৰ কৰিব নিদিয়া হৈছে—পো বোৱাৰীয়ে বুঢ়া বুঢ়ীক শুশ্ৰূষা নকৰি বাটৰ মূৰত টানি উলিয়াই দিছে। সেই নিমিত্তে কওঁ, সাৱধান হোৱা, নিজলৈ চল নিজে সুধুৰিবা। প্ৰত্যেকে নিজৰ নিজৰ স্বৰূপ মনত কৰিবৰ চেষ্টা কৰা। তোমালোকে যিমানে কাজিয়া কৰিবা স্বাস্থ্যও তিমানে দূৰলৈ আঁতৰি যাব। কেৱল গৃহ সুখৰ পৰাই বঞ্চিত হবা এনে নহয়, স্বাস্থ্যৰ পৰাও বঞ্চিত হবা।

---

# সমাজ গঠন।

সমাজৰ উন্নতিৰ অৰ্থে কেবাটিও কথা উপৰত কোৱা হ'ল। তাত লিখা ব্যবস্থাবোৰ সুচাৰুৰূপে কামত খটাই সমাজৰ উন্নতি কৰাৰ নিমিত্তে আৰু এটি বস্তু লাগে যেন অনুমান হৈছে। "নাসৌ মুনির্যস্য মতং ন ভিন্নম্।" এনেকুৱা কোনো মুনি নাছিল যাৰ মত আন বিলাকৰ মততকৈ ভিন্ নাছিল। অৰ্থাৎ মুনি সকলোৰ ভিতৰতও কাৰো মতৰ লগত কাৰো মতৰ মিল নাছিল। আৰু সেই বুলিয়ে তেওঁলোকে নিজ নিজ মত প্ৰকাশ নকৰাকৈও থকা নাছিল। লিখকেও তেওঁৰ মত অইনৰ মতৰ লগত মিলিব কি নিমিলিব তাৰ্লৈ বাট নেচাই নিজ মত প্ৰকাশ কৰিবই। কোনেও তেওৰ মতে নচলিলে তেও দুখ নাপায় কিন্তু কোনোবা এজনোৰও মতে নচলিলেহে দুখ পাব। লিখকৰ ব্যবস্থা বেয়া হব পাৰে কিন্তু কোনোবা এজনৰ ভাল হবই। যাৰ ব্যবস্থা ভাল হব তাৰ মতে চলিলেই হব। যেনেকি নহক সমাজৰ উন্নতি হব লাগে।

লিখকৰ মতে প্ৰত্যেক গাওঁত মাত্ৰ একেটা খেল হোৱা উচিত। যি গাওঁত হিন্দু মুচলমান দুই ধৰ্ম্মাবলম্বী মানুহ আছে ধৰ্ম্ম সম্বন্ধে তাত দুটা কি ততোধিক খেল থাকিলেও বাট ঘাট, শিক্ষা দীক্ষা আৰু স্বাস্থ্যকে আদি কৰি অন্যান্য বিষয়ে অৰ্থাৎ ঐহিক উন্নতিজনক যিবোৰ কাম হিন্দু মুচলমান উভয়ে

লগ হৈ কৰিব পাৰে আৰু উভয়ৰ পক্ষে সমানে আবশ্যকীয়, সেইবোৰ বিষয়ত উভয় জাতিৰে একেটা খেল হোৱা উচিত। হিন্দুৰ ভিতৰত—মহাপুৰুষীয়া, দামোদৰীয়া, হৰিদেৱী, শৈব, শাক্ত আৰু বৈষ্ণবাদি বিভিন্ন সম্প্ৰদায়ৰ মানুহ একে গাওঁতে থাকিলে আৰু তেওঁলোকৰ ধৰ্ম্ম বিষয়ক খেল বিভিন্ন হলেও সমাজৰ সাধাৰণ কাম বোৰৰ বাবে একে খেল হোৱা উচিত। তদ্ৰূপে এক ধৰ্ম্মাবলম্বী আৰু এক সম্প্ৰদায়ৰ বহু মানুহ এক গাওঁত থকাৰ কাৰণে ধৰ্ম্মৰ নিত্য-নৈমিত্তিক অনুষ্ঠানৰ সুবিধাৰ নিমিত্তে তেওঁলোকৰ ভিতৰত ক্ষুদ্ৰ ক্ষুদ্ৰ, পৃথক পৃথক বহু খেল থাকিলেও সমাজৰ সাধাৰণ কথা বোৰৰ নিমিত্তে এটা খেল হোৱা উচিত। হিন্দু-মুচলমান, শৈব-শাক্ত, মহাপুৰুষীয়া দামোদৰীয়াই একে ঘৰতে বহি ধৰ্ম্মানুষ্ঠান কৰা ধৰ্ম্ম বিৰুদ্ধ হয় সচা কিন্তু সকলোৱে একে ঘৰতে বহি কোনো এটি বিষয়ৰ মীমাংসা কৰাত কাৰো কোনো ৰকম আপত্তি থকাৰ কাৰণ দেখা নাযায়। হিন্দু যি বাটেৰে অহা যোৱা কৰে মুচলমানেও সেই বাটেৰে অহা যোৱা কৰিব পাৰে আৰু কৰিয়েই আছে। গাওঁৰ আলি পদূলী ভাল হলে মুচলমানৰ যেনে সুবিধা হিন্দুৰও তেনে সুবিধা। বনৰ বাঘে মহাপুৰুষীয়াৰ গৰু যেনেকৈ খায় দামোদৰীয়াৰ গৰুও তেনেকৈ খায়। কাজে কাজেই বাঘ মৰা বিষয়ত দামোদৰীয়া আৰু মহাপুৰুষীয়া স্বাভাৱিকে লগ হয়। তেতিয়া জাতি-ধৰ্ম্মৰ মত তাত নুঠে আৰু উঠাও কোনোমতে বাঞ্চনীয় নহয়। গাওঁত কলেৰা লাগিলে কেবল শাক্তৰ ঘৰৰ মানুহেই যে মৰিব, শৈব

কি বৈষ্ণবৰ ঘৰৰ নমৰিব এনেকুৱা কথা কোনেও বোধ কৰোঁ শুনা নাই। কলেৰাৰ বীজে জাতি ধৰ্ম্ম বিচাৰ কৰি আক্ৰমণ নকৰে; তাৰ পক্ষে সকলোৱে সমান। সেই নিমিত্তে কলেৰাৰ বীজ নষ্ট কৰিব লগা কামত শৈব-শাক্ত, হিন্দু-মুচলমান সকলোৱে একত্ৰ হোৱা উচিত। এই বিষয়ত লগ হোৱাৰ বাবে তেওঁলোকৰ ধৰ্ম্ম নষ্ট হবৰ আশঙ্কা মোটেও নাই। কলেৰাৰ বীজ বস্তু নহয় যে, ইয়াক হিন্দু মুচলমানে লগ হৈ মাৰিলে পবিত্ৰতা অপবিত্ৰতায় গৈ মাজত সোমাই কাজিয়া লগাই দিব। ই যে বাঘ—ইয়াক লৈ জবাই কৰা আৰু বলী দিয়াৰ প্ৰশ্ন উঠি হিন্দু মুচলমানৰ ভিতৰত মৰামৰি কটাকটি লগাই নিদিয়ে। এই নিমিত্তে ধৰ্ম্ম বিষয়ে বিভিন্ন খেল থাকিলেও সাধাৰণ কাম বোৰৰ নিমিত্তে এখন গাওঁত মাত্ৰ এটি খেল হোৱা উচিত। এই খেল গঠনৰ বাবে লিখকৰ মতে কিছুমান নিয়ম থকা উচিত। সেই নিয়ম বোৰৰ এটি আৰ্হি তলত দিয়া হল। পাঠক সকলে নিজ নিজ সমাজৰ সুবিধা অসুবিধালৈ চাই তদনুৰূপ নিয়ম কৰিব বুলি আশা কৰা হ'ল।

(১) প্ৰতি ঘৰৰ বয়সিয়াল একোজন পুৰুষক এই খেলৰ সভ্য স্বৰূপে গ্ৰহণ কৰা উচিত।

(২) কোনো গৃহস্থৰ বয়ঃপ্ৰাপ্ত পুৰুষ মানুহ নাথাকিলে সেই ঘৰৰ বয়সিয়াল কোনো তিৰোতা এজনীক সভ্য হবৰ অধিকাৰ দিয়া উচিত বোধ কৰোঁ।

(৩) মতা মাইকী উভয় ৰকম সভ্যকে সমাজত সমান অধিকাৰ দিয়া উচিত।

(৪) সভ্য সকলে তেওঁলোকৰ ভিতৰত এজনক সভাপতি আৰু এজনক সম্পাদক কৰি লব।

(৫) খেলৰ সমুদায় সভ্যই সদায় লগ হোৱা অসুবিধা আৰু সকলোৱে লগহৈ কোনো কামৰ তত্ত্বাবধান কৰাও সুবিধা নহয় গতিকে কাৰ্য্যকৰী সভা নাম দি এখন ক্ষুদ্ৰ সভা গঠন কৰিব লাগে। এই সভাৰ সভ্য সকল অন্যান্য সাধাৰণ সভ্যৰ নিৰ্ব্বাচন মতে হব।

(৬) কাৰ্য্যকৰী সভাৰ সভ্য সকলে তেওঁলোকৰ ভিতৰত এজনক সভাপতি এজনক সম্পাদক আৰু এজনক ভৰালী কৰি লব।

(৭) এই সভাই গাওঁৰ কৰিব লগা যাবতীয় কামৰ তত্ত্বাবধান লব। কোনো বিশেষ বিষয়ত তেওঁলোকে সিদ্ধান্তত উপস্থিত হব নোৱাৰিলে সম্পাদকে সাধাৰণ সভাৰ সমুদায় সভ্যকে মাতি সাধাৰণ সভা বহাই তাৰ সিদ্ধান্ত কৰি লব। আৰু বেছি সংখ্যক সভ্যৰ মতেই সেই বিষয়ত গ্ৰাহ্য হব। কোন বিষয় বিচাৰ কৰাত দুয়োফালৰ সভ্য সমান হলে সভাপতি যি পক্ষে থাকিব সেই পক্ষৰ মত বহাল থাকিব। আৰু সমাজৰ সকলো সভ্যই এই সিদ্ধান্ত মানি চলিব।

(৮) এই সভা বহিবৰ কাৰণ গাওঁৰ কোনো মধ্যস্থানত সভাৰ খৰচেৰে এটি ঘৰ বন্ধা উচিত।

(৯) এই ঘৰলৈ যোৱা বাট অতি পৰিষ্কাৰ বহল, ওখ আৰু খটখটীয়া হোৱা উচিত যাতে আন্ধাৰ ৰাতিও বতাহ বৰষুণতও সভ্য সকল গৈ সভাৰ কাৰ্য্য কৰিব পাৰে। আৰু এই ঘৰলৈ মানুহ যাবলৈ নিৰুৎসাহ নহৈ যেন উৎসাহিত হে হয়।

(১০) এই ঘৰ মেৰামত আৰু সমাজৰ অন্যান্য কামৰ খৰচৰ নিমিত্তে সমাজে ভৰালীৰ হাতত টকা জমা ৰাখিব। এই টকা কৰ পৰা আহিব তাকও সমজুৱাই ঠিক কৰিব।

(১১) বাট বন্ধা, খোৱা পানীৰ ভাল বন্দোবস্ত কৰা, লৰা ছোৱালী শিক্ষা দিবলৈ পাঠশালা, বয়সিয়ালক শিক্ষা দিবলৈ ৰজনীস্কুল স্থাপন কৰা, গাওঁ পৰিষ্কাৰ ৰখা, বাদ-বিবাদ মীমাংসা কৰা ইত্যাদি সমাজৰ হিতাৰ্থে হব পাৰে এনেকুৱা যাবতীয় কাৰ্য্য কৰাই এই সভাৰ ঘাই কাম হব।

(১২) একাদশী, অমাবস্যা, দোমাহি আদি যি কোন দিন ৰাজহুৱা দিন বুলি ধাৰ্য্য কৰা উচিত। এনেকুৱা দিন অন্ততঃ মাহত দুটি মান হলে ভাল।

(১৩) ৰাজহুৱা দিনৰ দিনা সমাজৰ সভ্য সকলে বিনা নিমন্ত্ৰণে নিৰ্দ্দিষ্ট সময়ত প্ৰত্যেকে দা, কোদাল বা আবশ্যক মতে কুঠাৰ লৈ গৈ সমাজ ঘৰত উপস্থিত হবৰ নিয়ম কৰা সৰ্ব্বোতোভাবে উচিত। যোনে কাম কৰিব যাব নোৱাৰে সি অইন মানুহ পঠিয়াব বা তাৰ বাবে সমাজক পইচা দিব এনেকুৱা নিয়মও থকা উচিত।

(১৪) ৰাজহুৱা দিনৰ দিনা কৰিবলৈ যেন সভ্য সকলে

ঘৰত কোনো কাম নথয়। সেই দিনা সভা ঘৰলৈ যোৱাত যদি ৰাজহুৱা কাম নাই বুলি ধাৰ্য্য হয় তেন্তে ফিৰি গৈ ঘৰত কাম নাথাকিলে নহয় সেই দিনা বিশ্ৰামেই কৰিব।

(১৫) ৰাজহুৱা দিন বাদেও অন্য দিনত কাম কৰা আবশ্যক হলে কাৰ্য্যকৰী সভায় তাক ঠিক কৰি দিব।

(১৬) কাৰ্য্যকৰী সভাৰ অধিবেশনত সেই সভাৰ সভ্য বাদে অন্যান্য সভ্যও উপস্থিত থাকিব পৰা নিয়ম হব লাগে। কিন্তু তেওঁলোকে মতামত দিব নোৱাৰিব। এনেকি সভাৰ কাৰ্য্য সম্বন্ধে কোনো কথাই তাত কব নোৱাৰিব, কেবল শুনি থাকিবহে পাৰিব।

(১৭) এনেকৈ গঠিত হোৱা গাওঁলীয়া খেলৰ পৰা আবশ্যক মতে মনোনীত কৰা এক, দুই কি ততোধিক সভ্যলৈ প্ৰতি দহ খন মান গাওঁৰ ভিতৰত এটি কেন্দ্ৰ খেল থকা উচিত। পূৰ্ব্বে এই খেলৰ নাম তালুক আছিল।

(১৮) উপৰত কোৱা মতে কেন্দ্ৰ সভাৰও সভাপতি সম্পাদক, ভৰালী, কাৰ্য্যকৰী সভা আৰু অন্যান্য বিষয়বোৰ থকা উচিত।

(১৯) এক গাওঁৰ পৰা অন্য গাওঁলৈ যোৱা বাটৰ সুবন্দোবস্ত কৰা, পৰস্পৰ গাওঁবোৰৰ ভিতৰত হোৱা বিবাদৰ মীমাংসা কৰা, এক গাওঁৰ মানুহৰ লগত আন গাওঁৰ মানুহৰ হোৱা বাদ বিবাদ কি দেনা পাওনাৰ বিচাৰ কৰা আৰু সংক্ৰামক ৰোগ আদি নিবাৰণৰ উপায় কৰাই হব এই কেন্দ্ৰ সভাৰ কাম।

(২০) কেন্দ্ৰ সভাৰ নিয়মবোৰ উপৰত কোৱা নিয়ম অনুসাৰে বা খেলৰ সুবিধা মতে কৰি লব।

(২১) এই কেন্দ্ৰ খেলবোৰৰ পৰা এক দুই কি ততোধিক মনোনীত কৰা সভ্যলৈ প্ৰতি কুৰি কি তাৰ কম বেছি সংখ্যক কেন্দ্ৰ খেলৰ ভিতৰত এটি মহকুমা খেল থকা উচিত।

(২২) মহকুমা খেলে আৱশ্যক মতে তাৰ নিয়মাদি কৰি লব।

(২৩) মহকুমা খেলৰ কাম হব ঃ—

(ক) উপযুক্ত অবৈতনিক মানুহ পঠিয়াই প্ৰত্যেক কেন্দ্ৰ খেলৰ কি আৱশ্যক মতে গাওঁলীয়া খেলৰ নিয়ম গঠন কৰি দিয়া আৰু খেলৰ কাম কি ৰকম হৈছে তাৰ তত্বাবধান কৰা।

(খ) বিশেষ বিশেষ সংক্ৰামক ৰোগৰ উৎপত্তিৰ কাৰণ আৰু বিনাশৰ উপায় সম্বন্ধে উপযুক্ত অবৈতনিক মানুহ পঠিয়াই বক্তৃতা দি বুজাই দিয়া। ৰোগৰ বীজ কেনেকৈ জন্মে আৰু কেনেকৈ মানুহক আক্ৰমণ কৰে তাক ম্যাজিক লেন্‌ট্ৰান্ আদি দ্বাৰা দেখুৱাই মানুহক ভালকৈ বুজায় দিয়া।

(গ) কোনো গাওঁত কোনো ৰকম সংক্ৰামক ৰোগৰ প্ৰাদুৰ্ভাব হোৱা খবৰ পালে উপযুক্ত চিকিৎসক আৰু দৰব সেই গাওঁলৈ পঠিয়াই দি সেই ৰোগৰ বিস্তৃতি বন্ধ কৰাৰ চেষ্টা কৰা। গাওঁলীয়াক লব লগা সাবধানতাৰ নিয়ম প্ৰণালী বুজায় দিয়া।

(ঘ) জিলা বা মহকুমা সভাত বিশেষ বিশেষ বেমাৰৰ দৰব, ৰোগী শুশ্ৰূষাৰ নিয়মাবলী জমা ৰখা, আৱশ্যক মতে সেই দৰব আৰু নিয়মাবলী কেন্দ্ৰ খেলত আৰু গাওঁলীয়া খেলত জমা দিয়া।

(ঙ) শিল্পাদিৰ উন্নতিৰ আৰু প্ৰচাৰৰ কাৰ্য্য কৰা।

(চ) এই খেলৰ খৰচ ক'ৰ পৰা বহন কৰা হব তাক তলতীয়া খেল বোৰৰ লগত পৰামৰ্শ কৰি ঠিক কৰা।

সৰ্ব্বোপৰি কবলগীয়া কথা এটি—এই কথাটি কথা নহয়, ইয়াক মন্ত্ৰবুলি কোৱাই উচিত। "ভিন্নাৰুচিৰ্হি লোকঃ" "নাসৌ মুণিৰ্য্যস্য মতং ন ভিন্নম্।" প্ৰত্যেক মানুহে ভিন্ন ৰুচিৰ, প্ৰত্যেক মানুহে ভিন্ন মতৰ। কোন কথাতে সৰ্ব্বোতোভাবে দুইজন মানুহৰ ৰুচি কি মতৰ মিল হোৱা অসম্ভব। সৃষ্টি পাতনিৰে পৰা আজি লৈ হোৱা শুনা বুলি কোনেও কব নোৱাৰে। গতিকে সকলো সমজুৱাই যে কোনো বিষয়ত একেবাৰে এক মত হব পাৰিব এনে নহয়। নোৱাৰিলেও বেছি সংখ্যকৰ মতে চলিবই লাগিব। নচলিলে সমাজৰ কাম নহব। এজনক এটি ভোজৰ যোগাৰ কৰিব দিলে ভোজৰ বস্তু বোৰ ৰাইজৰ প্ৰত্যেক জনৰে মনোমত নহব পাৰে কিন্তু অখাদ্য কেতিয়াও নহব। মনোমত নোহোৱা বুলি যদি সেই জনৰ মতৰ বিৰুদ্ধে কাম কৰাৰ নিমিত্তে ৰাইজে জেদ কৰে তেন্তে ভোজ খোৱা নহব। কাৰ্য্যকৰী সভায় যি কাম কৰিব তাত যাৰ মত নিমিলিব তেওঁ যেন বেজাৰ পাই সমাজ ভঙ্গাৰ বুদ্ধি নলৈ ধৈৰ্য্য ধৰে। পৃথিবীত যত ৰকমৰ ত্যাগ আছে তাৰ ভিতৰত নিজ-মত ত্যাগেই ডাঙ্গৰ ত্যাগ। এই কথা যিনি বহুসায় কোৱা নাযায়, যেহেতু ই মন্ত্ৰ।

---

# অপ্ৰিয়-সত্য।

১। বাচন মাজা ঃ—

পানীত থকাৰ দৰে মাটিতও নানা ৰকমৰ পোক পৰুৱা আৰু ৰোগৰ বীজ থাকে ; সেই নিমিত্তে বালি বা মাটিৰে বাচন বৰ্ত্তন মাজা অনুচিত। মাটিৰে বাচন মাজিলে তিমান পৰিষ্কাৰও নহয়। আৰু তাত মিহলি থকা শিলগুৰি আদি কঠিন বস্তুয়ে বাচনৰ গা আঁকি পেলায়, হেই নিমিত্তে বাচনৰ সৌন্দৰ্য্যও নষ্ট হয়। অকল বাচনৰে সেই দশা হয় এনে নহয়, বাচনৰ লগে লগে মাজোঁতাৰ হাতৰ অবস্থাও তেনেকুৱা হয়! আথাৰ আৰু জুইশালৰ ছাই চালনিৰে চালি লৈ তাৰে বাচন মাজিলে বাচনৰ লগত ৰোগৰ বীজ অহাৰ সম্ভাৱনা মোটেও নাই। এনেকি বাচনত কোনো ৰকমৰ বীজ থাকিলে সিও মৰি যাবৰ সম্ভৱ ; কাৰণ ছাইত খাৰ আছে। আৰু সেই নিমিত্তে তাৰে বাচন মাজিলে বাচন পৰিষ্কাৰ হয়, তাৰ সৌন্দৰ্য্যও বাঢ়ে। সেই নিমিত্তে সদায় আথাৰ আৰু জুইশালৰ ছাই যত্ন কৰি চালি বাচন ধোৱা ঠাইৰ ওচৰত এটি বাচনত ভালকৈ থৈ দিয়া উচিত।

বাচন ধোৱা ঠাই ঘৰৰ মাজিয়াৰ নিচিনা পৰিষ্কাৰ কৈ ৰাখিব লাগে। ঠাই খন অপৰিষ্কাৰ হলে বাচন ভালকৈ ধোৱা নোধোৱা একে কথা।

২। ঘৰ সাৰা ঃ—

বাতি এটাৰ ভিতৰৰ পিনে তলি খন নিতৌ মাজিলে আৰু ভিতৰৰ চাৰিও কাখ নামাজিলে বাতিৰ যি অবস্থা আৰু তাত খোৱা খোৱা বস্তুৰ যি অবস্থা হয়, আমি থকা ঘৰৰ কেবল মজিয়া খন সাৰি পুছি ৰাখি বেৰ আৰু ছাল বা চিলিঙ্গ ঝাৰি নেপেলালেও ঘৰৰ আৰু তাৰ ভিতৰৰ বায়ুৰ সেই অবস্থা হয়। মজিয়াত আমি অহা যোৱা কৰোঁতে আমাৰ ভৰিত লাগি থকা ধুলি মাটি তাত পৰে। খোৱা লোৱা নানা ৰকম বস্তুৰ কণও তাত পৰে, গতিকে মজিয়া দিনত অনেক বাৰ সাৰিব লাগে। কিন্তু বেৰ আৰু ছালত তেনেকৈ মল হবৰ সম্ভব নাই। মকৰাৰ জাল, আলান্ধু আৰু বতাহত উৰি যোৱা ধুলি বালিহে তাত জমে। গতিকে তাক নিতৌ নহলেও সপ্তাহত—অন্ততঃ মাহত এবাৰকৈ ঝাৰি জোকাৰি পৰিষ্কাৰ কৰিব লাগে। নহলে ঘৰৰ সৌন্দৰ্য্য নষ্ট হয়—সৌন্দৰ্য্য নষ্ট হলে গৃহবাসীৰ মনত স্ফূৰ্ত্তি নোহোৱা হয় আৰু সেই বোৰ বায়ুৰ লগত উৰি আহি গৃহবাসীৰ নিশ্বাসৰ লগত ভিতৰলৈ গৈ স্বাস্থ্যৰ হানি কৰে। ঘৰত থকা কানি কাপোৰ, ধাৰি পাটিও মলিন হয়।

৩। মহৰি বা আঠুৱা ঃ—

মহৰি টনাৰ উদ্দেশ্য মহৰ পৰা ৰক্ষা পৰা—বিছনাৰ সৌন্দৰ্য্য বঢ়োৱা নহয়। বিছনাৰ সৌন্দৰ্য্য বঢ়াব আমি বাধা নিদিওঁ কিন্তু আন্ধাৰত বা টোপনিত আমি মহাৰৰ সৌন্দৰ্য্য উপলব্ধি কৰিব পাৰোঁনে? বেছি ভাগ—বেছি ভাগ কিয়,

প্ৰায় মানুহেই ৰাতি শোৱে আৰু চাকি নুমাই শোৱে। গাওঁলীয়াৰ ভিতৰত কচিৎ দুই এজনে গোটেই ৰাতি চাকি লগাই শোৱে আৰু দিনত শোৱে। দিনত যোনে শোৱে সি ৰাতিও শোৱে। যোনে দিনত শোৱে বা ৰাতি চাকি লগাই শোৱে সিও শুবৰ নিমিত্তে শোৱে; বিছনাত পৰি মহৰিৰ সৌন্দৰ্য্য চাবলৈ নোশোৱে, কাজে কাজেই পখৰা চিখিৰা নানা ৰঙ্গেৰে ৰঞ্জিত মহৰি টনাৰ কোনো আবশ্যকতা দেখা নাযায়। প্ৰশ্ন হব পাৰে টনিলে কি দোষ? টনিলে দোষ এই হয়ঃ—পখৰা চিখিৰা বা ৰঙ্গিল মহৰিৰ ভিতৰত মহ, বিশেষকৈ উৰহ দেখা না যায়। সেই নিমিত্তে তাক চাই চিতি খেদিব বা মাৰিব অসুবিধা। দ্বিতীয় কথা—তাত মল হলে সহজে চকুত নপৰে আৰু সেই নিমিত্তে তাক ধুবৰ ইচ্ছা সহজে নহয়—নধুলে অস্বাস্থ্যকৰ হয়। বগা কাপোৰৰ ভালকৈ ধোৱা মহৰি বিছনাত টনিলে বোধ কৰোঁ ৰঙ্গিল মহৰি টনাতকৈ বিছনাৰ সৌন্দৰ্য্য বাঢ়ে। মহ, উৰহও সহজে ধৰা পৰে আৰু অলপ মল হলেই তাৰ তলত থাকিব ভাল নলগা হয়, ধুই লবৰ মন যায়। সেই নিমিত্তে ৰঙ্গিল মহৰি ব্যবহাৰ নকৰি বগা মহৰি ব্যবহাৰ কৰা উচিত। বগা মহৰিৰ মূল্যও ৰঙ্গিল মহৰিতকৈ কম।

**৪। হোকা :—**

মানুহৰ দাঁতৰ গুৰিত ঘাঁ, গলত নানা ৰকমৰ বেমাৰ—যি বেমাৰে মানুহক অত্যন্ত কষ্ট দি মাৰে, আৰু বুকত যক্ষা আদি

নানা ৰকমৰ দুশ্চিকিৎস্য ৰোগ হয়। এইবোৰ ৰোগে মানুহক অতি অজ্ঞাতসাৰে আক্ৰমণ কৰে। যাক আক্ৰমণ কৰে সি নিজেও আক্ৰমণ কৰা কথা কব নোৱাৰে যেতিয়ালৈ তাৰ যন্ত্ৰণা অনুভব কৰিব নোৱাৰে। যেতিয়া যন্ত্ৰণা বেছি হয়, তেতিয়া সি নিজেও জানে, তাৰ আত্মীয় স্বজন, ওচৰ চুবুৰীয়া সকলোৱেও জানে। আৰু তেতিয়া অনেকে তাৰ লগত খোৱা লোৱাত সাবধানতা লয়। কিন্তু যেতিয়ালৈ নাজানে তেতিয়ালৈ সাবধানতা নলয়। সেই নিমিত্তে এজনৰ ৰোগে দহ জনক আক্ৰমণ কৰিব সুবিধা পায়। এইবোৰ ৰোগৰ বিলণিৰ ভিতৰত হোকাই হৈছে প্ৰধান। ই ৰামৰ বেমাৰ শ্যামক দিয়ে, ৰামৰ আৰু শ্যামৰ বেমাৰ হৰিক দিয়ে, ৰাম, শ্যাম আৰু হৰিৰ বেমাৰ যদুক দিয়ে। এনেকৈ ই সমাজৰ আটাই বিলাকৰ বেমাৰ আটাই বিলাকক পুনঃ পুনঃ বিতৰণ কৰে। তেজ পানীৰ বলত যোনে সেই বিতৰণত পোৱা বীজক দমন কৰিব পাৰে সি ৰক্ষা পৰে, যোনে নোৱাৰে সি বিপদত পৰে। পক্ষান্তৰে—এজনৰ হুপা হোকা আন জনৰ পক্ষে উচ্ছিষ্ট। অইন খাদ্য দ্ৰব্য সাধাৰণতঃ এজনৰ উচ্ছিষ্ট হয় আৰু এবাৰ হয় কিন্তু হোকা যে কিমানৰ উচ্ছিষ্ট আৰু কতবাৰ হোৱা উচ্ছিষ্ট তাৰ হিচাব দিয়াই টান। অন্য বস্তুৰ উচ্ছিষ্ট খাব দিলে মানুহে অপমান পায় কিন্তু আচৰিত কথা—উচ্ছিষ্ট হোকা খাব দিলে অপমান পোৱা দূৰৰ কথা, বৰং নিদিলে অপমান পায়। উচ্ছিষ্ট অমৃত খোৱাৰ বিধি থকাৰ কথা শুনিছোঁ, হোকাও কি তাৰে লগৰ ?

নাৰিকলৰ খোলাৰ চকু দুইটীৰ তলতে ধোঁৱা হুপা বিন্ধা দিয়া হয়। সেই চকু দুটাত হুপোঁতাৰ মুখৰ লাল, দাঁতৰ গুৰিৰে ওলোৱা তেজ, পূঁজ আৰু চোবোৱা তামোল সোমাই থাকি সময়ে পচে আৰু মাখিয়ে তাত ডিমা পাৰে। সেই চকু দুটাৰ তলত বিন্ধা নেদিলে তামাখু বেযুতি হয় নেকি ?

৫। গেঞ্জি :—

টকা উপাৰ্জ্জনৰ উপায় পিতৃ পিতামহৰ দিনত যি আছিল আজিও সেইএ আছে। তেওঁলোকৰ দিনত খৰচৰ বাট যি কেইটা আৰু যি পৰিমাণৰ আছিল সি আজি তাতকৈ বহু গুণে বৃদ্ধি পাইছে। যেনে :—গেঞ্জি, তাৰ উপৰত কামিজ আৰু তাৰ উপৰত কোট। তেখেত সকলৰ দিনত গাত গামোচা দিয়ে চলিছিল। এতিয়া গামোচাৰ ঠাই এই তিনি মহাপুৰুষে অধিকাৰ কৰিছে। গতিকে খৰচ মিলাবৰ উপায় ? উপায়— অৰ্দ্ধাশন, অনশন, মিথ্যা কথন, জাল লিখন, বিছনাৰ উপৰত টনা মহৰিৰ খৰচ বন্ধন, জাৰত উৰা কাথা কমলীৰ খৰচ কৰ্ত্তন। ৰাতি মহে খালে কোনেও নেদেখে। ৰাতি জাৰত আঠুয়ে মুৰে লগ হৈ থাকিলেও হাহোঁতা নাই। কিন্তু মুখ পাট্টা ঠিক নাৰাখিলে দেখোঁতা আছে—হাহোঁতা আছে। ই হৈছে পাশ্চাত্য সভ্যতাৰ ফল। পাশ্চাত্য পোষাক আহিল—উপাৰ্জ্জনৰ উপায় এতিয়াও অহা নাই। আৰু অহা নাই পাশ্চাত্য ভাব। পাশ্চাত্য ভাব হৈছে পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু স্বাস্থ্য ৰক্ষা। সেই ভাবটি নাহাৰ কাৰণে মুখ পাট্টাৰ কোটটি কিছু পৰিষ্কাৰ,—কামিজটি

অৰ্দ্ধ পৰিষ্কাৰ—গেঞ্জি সোপৰ কাণিতকৈও মলিন। যেহেতু গেঞ্জি কোনেও দেখা নাপায়। দেখিলেহে অভদ্ৰ আৰু সৰু মানুহ বুলি ভাবিব? পশ্চিমৰ বিলাকে কিন্তু গেঞ্জি খুব চাফা ৰাখে। কোট কামিজ চাফ ৰাখিব নোৱাৰিলে কিছু মলিনও পিন্ধে। কাৰণ, ভাব হৈছে স্বাস্থ্য ৰক্ষা। গাৰ ঘাম আৰু পেচাবৰ প্ৰভেদ বৰ কম। ঘাম অতি দূষিত বস্তু। ইয়াক গেঞ্জিয়ে অতি সাদৰে শুহি লয়।

পাঠক! মুখ-পাট্টা ৰক্ষাৰ নিমিত্তে যোনে এনেকুৱা কৰিব পাৰে সি আত্মঘাতী, কপটী। তাৰ ঘৰত কিবা খাব পাৰিবনে? কোনো অপবিত্ৰ বা অস্বাস্থ্যকৰ বস্তু ঘটনাক্ৰমে খোৱা বস্তুত পৰিলে সি যে সেই বস্তু পেলাই দিব আৰু তোমাক খাব নিদিব তাৰ নিশ্চয়তা কি? বা খাদ্য দ্ৰব্য সি স্বাস্থ্যকৰ কৰি বনাব তাৰ বিশ্বাস কি? সি চাব গৌৰব ৰাখিব, সি চাব মান ৰচাব -- সি ঘোৰতৰ অবিশ্বাসী। সি ঢং গ্ৰহণ কৰিছে—ভাব গ্ৰহণ কৰিব পৰা নাই। সেই নিমিত্তে কওঁ, পাঠক! তেওঁৰ লগত সাবধানে চলিব। তেওঁৰ কামিজৰ তলখন এনেকুৱা,—নাজানো। চাদৰৰ তলখন কেনেকুৱা?

৬। তপিলা মুচা পান:—

পান গছত জন্মে। তাত চকুৰে মনিব পৰা নোৱাৰা নক্ষ পোক পৰুৱা, তাৰ বাহঁ, ডিমা, জাল ইত্যাদি থাকে। কাউৰ আদি চৰাইৰ বিষ্ঠাৰ কণাও যে তাত নপৰে এনে নহয়। সেই নিমিত্তে পান ভালকৈ পানীৰে ধুই ব্যৱহাৰ কৰা উচিত।

অনেকে পান ধুৱা কাৰ্য্যত পানী ব্যবহাৰ নকৰি নিজৰ তপিলা ব্যবহাৰ কৰে। এনেকি পানীৰে ধুলেও এবাৰ তপিলাত নোমোচা কৈ নাখায়। আমি জানোঁ তপিলাত বা তাত লাগি থকা কাপোৰত ঘাম আৰু মল ভিন্ন অইন একোৱে নাথাকে। এই ঘাম আৰু মলে পান মচলাৰ কাম দিয়ে নেকি ?

৭। চাহ চেকণী :—

আজি কালি চাহ খোৱা মানুহৰ সংখ্যা বাৰিষাৰ পানী বাঢ়া দি বাঢ়িব ধৰিছে। তেওঁলোকৰ বেছি ভাগেই হয় নিজৰ গাৰ গামোছা নহয় চাকৰৰ গাৰ গামোছা—নহয় কোনো মলিন ফটা কাণিৰে চাহ চেকে। তেওঁলোকে গাখীৰ চেকোঁতে এই তিনি বিধ চেকনীৰ কোনো এবিধ যে ব্যবহাৰ নকৰে এনেও নহয়। গাৰ ঘাম মানে প্ৰায় পেচাব। যি দিনা ঘাম বেছি হয় সিদিনা পেচাব কম হয়। যি দিনা ঘাম কম হয় সিদিনা পেচাব বেছি হয়। গামোছাত ঘাম লাগি থকা মানে পেচাব লাগি থকা। সেই গামোছাৰে চাহ চেকি খালে, তপত পানীৰে গামোছা ধুই পানী খোৱা ভিন্ন অইন একো নহয়। ঘাম আৰু পেচাব অত্যন্ত বিষাক্ত বস্তু। চাহ খোৱা সকলে যেন এই বিধ মচলা নিদিয়াকৈ চাহ খায়।

৮। তামোলৰ পিক্ :—

বেছি ভাগ গাওঁলীয়াই ঘৰৰ ভিতৰত বহি তামোল খালে তাৰ পিক্ বেৰা আৰু খুটাৰ মাজত পেলায়। এনেকৈ পিক্ পেলোৱা বৰ বেয়া। খুটা আৰু বেৰাৰ মাজ সাৰা পুছা

অসুবিধা, তাত মৱলা হলে চিৰকাল সেই মৱলা থাকি যায়। যদি নিতান্তই বাহিৰত পেলাব নোৱাৰা তেন্তে ঘৰৰ মজিয়াত পেলাবা, সিও ভাল। কাৰণ ঘৰ মুচাতে সিও মুচা যাব।

পিক্ আৰু থুই বৰ দূষিত অপবিত্ৰ বস্তু। ইয়াক কেতিয়াও ঘৰৰ ভিতৰত পেলোৱা উচিত নহয়। ইয়াত বহু ৰোগৰ বীজ থাকে।

৯। পানী খোৱা লোটা:—

যি বাচনৰ ভিতৰত হাত সোমাই মাজিব নোৱাৰি সেই বাচন কেতিয়াও নিকিনিবা। বাচনৰ বাহিৰতকৈ ভিতৰখন হে বেছি পৰিষ্কাৰ থাকিব লাগে, কাৰণ, বাচনৰ ভিতৰত হে খোৱা বস্তু থোৱা হয়। পানী খাবৰ নিমিত্তে যি লোটা ব্যৱহাৰ কৰা হয় সি নিতান্ত অনুপযুক্ত বাচন। তেনেকুৱা বাচন ৰখাৰ কোনো আৱশ্যকতা নাই। তাৰ ভিতৰত কিমান মল জমি থাকে লোটা ব্যৱহাৰ কৰোঁতা সকলে তাক ভাল মতে জানে। সময়ে তাৰ ভিতৰত পোক পৰুৱা সোমাই থাকে আৰু পানীৰ লগত গৈ মুখত পৰে এই কথাও বোধ কৰোঁ তেওঁলোকৰ অবিদিত নাই।

১০। গাৰুৰ গিলিপ:—

কানি কাপোৰ, বিছনা পত্ৰ যি কাৰণে পৰিষ্কাৰ ৰাখিব লাগে, গাৰুও সেই কাৰণে পৰিষ্কাৰ ৰাখিব লাগে। গাৰু পৰিষ্কাৰ ৰখাৰ উপায়—গাৰুত গিলিপ দিয়া—অভাবে পৰিষ্কাৰ ফটা কানিৰে মেৰুৱাই ব্যৱহাৰ কৰা। গিলিপ বা মেৰুৱাই

দিয়া ফটা কানি মাজে মাজে ধুই লব লাগে। ইয়াক বাদে গাৰু পৰিষ্কাৰ ৰাখিবৰ আৰু অইন উপায় নাই। এনেকৈ নৰখা গাৰুৰ অবস্থা কি তাক বহলাই লিখা নিষ্প্ৰয়োজন। ই পাঠক পাঠিকা সকলোৰ অবিদিত বস্তু নহয়। পিতামহৰ দিনৰ গাৰু নাতিৰ দিনত ব্যবহাৰ কৰাও দেখা যায়। সেই গাৰুত পিতামহৰ মুখৰ লাল, গাৰ ঘাম, তেখেতৰ যাৰত কোনো ব্যাধি হৈ থাকিলে তাৰ তেজ পূঁজ, জ্বৰ বেমাৰত হোৱা বাতি, আৰু তেতিয়া তেখেতৰ মূৰত দিয়া ভৰণৰ ৰস, ইত্যাদি; তাৰপৰ পিতাৰও সেইবোৰ বস্তু; তাৰ পিছত নিজৰও সেইবোৰ বস্তু লাগি তাৰ কাপোৰ গৰৰ ছালৰ নিচিনা দাঠ হয়—সাপৰ গাৰ নিচিনা চেৰ্চ হয়—গন্ধও ৰিতোপন। ই তিনি পুৰুষীয়া ৰোগ বেমাৰৰ বীজ আৰু মলৰ ভাণ্ডাৰ। মাত্ৰ ইয়াকে সংক্ষেপে কোৱা হ'ল।

১১। দাঁতত ৰং:—

পুৰণা পুথিত তিৰোতা মানুহৰ ৰূপ বৰ্ণন কৰাত কবিয়ে লিখিছে "দন্ত মুকুতাৰ পাঁন্তি।" মুক্তা উজ্জ্বল বগা বস্তু, সেই নিমিত্তে ভাবিছিলোঁ যে, তিৰোতা মানুহৰ দাঁতও বোধ কৰোঁ সেই ৰকম বগা উজ্জ্বল হলে দেখিব ধুনীয়া হয়। তাকে মিলাই চাবৰ মনে দেশবাসী স্ত্ৰী-জাতিৰ পিনে চাই দেখোঁ যে, কথা বিপৰীত। তেখেত সকলে ৰং দি দাঁত ক'লা কৰি থৈছে। এতিয়া সন্দেহ হৈছে মুক্তা ক'লা নে বগা? যদি মুক্তা বগা হয়, তেন্তে দাঁত ক'লা কৰাৰ উদ্দেশ্য কি? দাঁতৰ গুৰিত জমি থকা মল ঢাকিবৰ নিমিত্তে নহয় নেকি?

১২। আঙ্গুঠি :—

প্ৰায় বিলাক তিৰোতাই আঙ্গুঠি পিন্ধে। কোনো জনীয়ে এটা আঙ্গুলিত,কোনো জনীয়ে দুটাত, কোনো জনীয়ে তিনিটাত কোনো জনীয়ে বা আটাই কেইটা আঙ্গুলিতে আঙ্গুঠি পিন্ধে। কোনো জনীয়ে একোটা আঙ্গুলিতে দুটাকৈও পিন্ধে। আৰু বেছি ভাগে বাঁও হাতৰ আঙ্গুলিত পিন্ধে। বেছি ভাগৰ আঙ্গুঠি ইমান টান যে, সময়ে সোলোকোৱাৰ আবশ্যক হলে সোনাৰি মাতি আনি কটায় হে সোলোকাব লাগে। তেওঁলোকে অবশ্যে সেইবোৰ ৰূপ-লাবণ্য বঢ়াবলৈ পিন্ধে তাত সন্দেহ নাই। পুৰুষ সকলেও তেওঁলোকৰ মোহিনা-মূৰ্ত্তি দেখিবৰ আশাত ধাৰে-ঋণে আঙ্গুঠি গঢ়ায় দিয়ে সিও অভ্ৰান্ত সত্য। সুধিব পাৰোঁনে অকল ৰূপ-লাবণ্যৰ নিমিত্তে সেই খন হাত ব্যবহাৰ কৰা হয়, নে অন্য কোনো কাম কৰাতও ব্যৱহৃত হয়? হে ভ্ৰমৰ জাতি! তোমালোকে গন্ধত বলিয়া নে ৰূপত বলিয়া? ইমান বলিয়া যে, সেই খন হা[illegible]ৰে কি কি লাৰা হয়, তাক কেনেকৈ পৰিষ্কাৰ কৰা হয় [illegible] তাত কি কি বস্তুৰ কণা লাগি থাকিব পাৰে, তাৰ [illegible]কু মেলি চাবৰ সময়ে নোপোৱা? গৃহলক্ষ্মী! তুমি [illegible]য়েই, মেতৰনী নোহোৱা। তোমাৰ হাতত যাবতীয় ময়লাৰ পায়খানা থকা শোভা নাপায়। তুমি মুথি ভৰা থাকৰ পিনেও এবাৰ চকু মেলি চাবা আৰু তাৰ সংখ্যা কমাবৰ চেষ্টা কৰিবা। অকল ৰূপত মোহিনী হলে নহয়, গন্ধত মোহিনী হলেহে জগত মুহিব পাৰি।

১৩। ভাত খোৱা ৰঙ্গা :—

ধুতি হৈ ভাত খাব লাগে, এই হৈছে শাস্ত্ৰৰ বিধান। ধুতি মানে পৰিষ্কাৰ, পবিত্ৰ। ধুতি হোৱা মানে ৰঙ্গা বা ক'ল কাপোৰ পিন্ধা নহয়। ৰঙ্গিন কাপোৰ মলিন হলেও সহজে ধৰিব নোৱাৰি। মল ঢাকাৰ নাম যদি "ধুতি" হয়, অবশ্যে দিয়া কাপোৰ ভাত খাওঁতে পিন্ধিব পাৰা। কিন্তু কাপোৰ মাজে মাজে জুখি চাবা সি কিমান গধুৰ হৈছে, আৰু বনোৱাত তাত সুতা কিমান লাগিছিল। যদি সুতাতকৈ বেছি গধুৰ দেখ তেন্তে জানিবা সেই বেছি খিনি "ধুতি বা পবিত্ৰতা।" আমাৰ মতে কিন্তু সি মল।

---